# চিৰাজ

৺লক্ষ্মীধৰ শৰ্ম্মাৰ চিৰাজ চুটি গল্পৰ আলমত
গঢ়ি তোলা অসমীয়া কথাছবি চিৰাজৰ সমল লৈ

ফণী শৰ্ম্মাৰ

দ্বাৰা ৰচিত



জনতা বুক ষ্টল

তেজপুৰ, অসম

# চিৰাজ

১৯৪৮ চনত দেশপ্ৰাণ ৺লক্ষ্মীধৰ শৰ্ম্মাৰ চিৰাজ গল্পৰ ছা লৈ চিৰাজ কথা ছবি নিৰ্ম্মাণৰ পিছতেই এই ছবিক নাটকৰ ৰূপ দিবলৈ চেষ্টা কৰি দুটামান দৃশ্য লিখি এৰি পেলাও।

প্ৰায় ১৪ বছৰৰ পিছত ১৯৬২ চনৰ চেপ্তেম্বৰ মাহৰ কোনোবা এটা পুৱা শ্ৰীমান নৃপেন বৰুৱা (সোণ) আৰু শ্ৰীমান কুলেন গোস্বামী (ভোলা) মোৰ ঘৰলৈ আহি অক্টোবৰ মাহত তেজপুৰত বহিব লগা "সদৌ অসম একাঙ্ক নাট সম্মিলন" আৰু প্ৰতিযোগিতাৰ লগতে এখনি পূৰ্ণাঙ্গ নাটক মঞ্চস্থ কৰিবলৈ মন মেলিছে বুলি ক'লে। তেওঁলোকে ক'লে অভ্যৰ্থনা সমিতিৰ সভাপতি বন্ধু শ্ৰীচন্দ্ৰ গোস্বামীৰ একান্ত ইচ্ছা যে এই একাঙ্ক নাটক অনুস্থানৰ শেষত পাতিব খোজা মৌ মেল খনি নাটকৰেই হব লাগে আৰু তেনে হলে বাহিৰেও একাঙ্ক নাট আৰু পূৰ্ণাঙ্গ নাট দুয়োটাৰে একেলগে সোৱাদ পোৱাৰ সুবিধা পাব। তাৰ কাৰনে চিৰাজ কথাছবিৰ নাট্য ৰূপ দিবলৈ মোক অনুৰোধ কৰিলে। অনুৰোধতে ক্ষান্ত নাথাকি দুয়ো পাল পাতি তাগাদা আৰম্ভ কৰিলে। দুজন ডেকাৰ ঘন ঘন তাগাদাত প্ৰায় বিশ দিন মানৰ ভিতৰত নাটকৰ যৱনিকা পেলাই পঢ়ি চাই বুজিলো উপন্যাস বা গল্পক কথা ছবি বা পোনেই নাটকত ৰূপ দিয়া সহজ কিন্তু কথা ছবিক নাটকৰ ৰূপ দিয়া কঠিন।

তেজপুৰ
১৫।১.৬৭

বিনীত
শ্ৰীফনী শৰ্ম্মা

# চিত্ৰাঙ্গদা

প্ৰথম অভিনয়—২১ অক্টোবৰ ১৯৬১ চন
তেজপুৰ জিলা পুথি ভৰাল।
সন্ধ্যা ৬½ বজাৰ পৰা।

প্ৰযোজনা—অভ্যৰ্থনা সমিতি ৪ৰ্থ অধিবেশন
সদৌ অসম একাঙ্ক নাট সম্মিলন তেজপুৰ।

ব্যৱস্থাপনাত—শ্ৰীদুৰ্গাধৰ গোস্বামী, শ্ৰীনৃপেন বৰুৱা।

মঞ্চ পৰিচালক—শ্ৰীহিৰেণ চৌধাৰী।

সঙ্গীত পৰিচালক—শ্ৰীঅজিত সিংহ।

পোহঁৰ সংযোজনা—শ্ৰীঅৰুণ বৰুৱা।

ৰূপ সজ্জাত—শ্ৰীতুলসী দাস, শ্ৰীবীৰেণ দাস, শ্ৰীহোমেশ্বৰ শৰ্ম্মা।

আবৰ সুৰ শিল্পীসকল—শ্ৰীমতী কবী বৰুৱা, শ্ৰীমতী নিলীমা সিংহ, শ্ৰীঅজিত সিংহ, শ্ৰীসুজিত সিংহ, শ্ৰীমহেশ শইকীয়া, শ্ৰীভূপেন শৰ্ম্মা, শ্ৰীবিভূল বাহাদুৰ, শ্ৰীঅজিত বৰুৱা, শ্ৰীভবানী দাস, শ্ৰীসলিল দাস, শ্ৰীবিজয় ডেকা আৰু শ্ৰীকীৰ্ত্তি বণিয়া।

নৃত্য ৰূপায়ণত—শ্ৰীমতী বাণী দাস, শ্ৰীমতী প্ৰতিমা পদ্মাবতী শ্ৰীমতী অনু শইকীয়া, শ্ৰীমতী লতিকা বৰা, শ্ৰীমতী অনু দাস, শ্ৰীমতী লাৱণ্য পদ্মাবতী।

স্মাৰক—শ্ৰীশৰৎ শৰ্ম্মা, শ্ৰীহৃদয়া ডেকা।

মঞ্চ সজ্জাত—শ্ৰীকনক দাস, শ্ৰীপবণ বৰুৱা, শ্ৰীঅনিল মেচ, শ্ৰীপ্ৰেম ডেকা, শ্ৰীকৰুণা বৰকটকী, শ্ৰীনগেন দত্ত, শ্ৰীবায়ন।

পৰিচালনা—শ্ৰীচন্দ্ৰ গোস্বামী।

——

# চৰিত্ৰ ৰূপায়নত

**পুৰুষ**

বিশ্বেশ্বৰ বৰুৱা—শ্ৰীচন্দ্ৰ গোস্বামী
কন্দৰ্প বৰুৱা— „ কুলেন্দ্ৰ নাৰায়ণ গোস্বামী
আঘোণা — „ তুলসী দাস
সুবিমল - „ বিষ্ণু প্ৰসাদ ৰাভা
অনিল— „ হীৰেণ চৌধাৰী
চিৰাজ— „ ফণী শৰ্ম্মা
ডাক্তৰ— „ দুৰ্গাধৰ গোস্বামী
ডাঃ বিনয় – „ বিজয় শৰ্ম্মা
আতাউৰ— „ ৰমেশ শৰ্ম্মা
এজন বুঢ়া— „ দেবেন শৰ্ম্মা
কচমৎ— „ ইন্দু নাথ
এজন গঞা— „ অতুল গোস্বামী
বাগিচাৰ জামাদাৰ— „ পদ্ম দত্ত
ডাকোৱাল – „ উৎপল ভট্টাচাৰ্য্য
পিয়ন— „ ত্ৰিনয়ন নাথ

**স্ত্ৰী**

বৰুৱাণী— „ শ্ৰীমতী সুধিৰা বৰুৱা
সৰযু— „ ভানু পদ্মাবতী
সাবিত্ৰী— „ মন্দিৰা বৰুৱা
ফাতেমা— „ বীণা সিংহ
সৰুসীতা— „ মেনকা দেবী
ডাঙৰ সীতা — „ মন্দিৰা বৰুৱা

# চিৰাজ

## প্ৰথম অঙ্ক

### প্ৰথম দৃশ্য

[ সময়—ৰাতিপুৱা। মুকুতাজান বাগিচাৰ মালিক বীৰেশ্বৰ বৰুৱাৰ বঙলাৰ এটি আধুনিক সাজেৰে পৰিপাটিকৈ সজোৱা শুৱনী কোঠা। খিৰিকীৰ পৰ্দাৰ ফাকেদি চাহ গছৰ লগতে বাগিচাৰ শিৰাষ গছবিলাকো দেখা যায়। আঁৰ-কাপোৰ উঠাৰ লগে লগে আঘোণাই সাবিত্ৰীৰ সহায়ত এখন ধুনীয়া দলিচা কোঠাটোৰ মজিয়াত পাৰি থাকে। কোঠাৰ একাষে থকা পালেঙৰ বিচনাত বৰুৱানীয়ে এখন বেড্‌ক'ভাৰ আলফুলকৈ পাৰি আঘোণাইতৰ ফালে খন্তেক চাই ভিতৰলৈ যায়গৈ। দলিচাখন মজিয়াত পৰা হোৱাত আঘোণাই দলিচাৰ এমুৰৰপৰা সিমুৰলৈকে একোটা বাগৰ মাৰি মাৰি কয় ]

আঘোণা—অঃ অঃ অঃ আয়ৈ দেহি! যেন এলাসতহে বাগৰিছো। [ আকৌ বাগৰ মাৰি ]

উস্ উস্ উস্ হুঃ হুঃ হুঃ যেন তেখেত বিষ্ণুৰ পদুম ফুলৰ অনন্ত শয্যাহে। [বাগৰ মাৰি ]

অস্ অস্ অস্, কি আৰাম।

[ সাবিত্ৰীয়ে দলিচাত বাগৰি থকা আঘোণাৰ ফালে চাই হাঁহে। আঘোণাই দলিচাত বহি সাবিত্ৰীলৈ চাই কয় ]

আহ সাবিত্ৰী আহ, জোতাৰ ধূলিৰে গোটেই খন মহটিয়াই নেপেলাওতেই হে'ব দোয়ো পাৰোমানে মজামাৰি বাগৰি লওঁ।

সাবিত্ৰী—[ হাঁহি ] ইস্ আমাৰ গৰজ পৰিছে। ভৰিৰ গছক পৰা সেই লেতেৰা দলিচাডালত বাগৰিবলৈ।

আঘোণা—এৰা, এৰা, হয়! হয়! মোৰেই ভুল। তোৰ এই ভৰ-যৌৱন কালত কিহৰ দুখত তইনো তলৰ দলিচাত বাগৰিবি সোণ! নেহাৎ বাগৰিবৰ হলে, ইয়াত নেবাগৰি [ পালেঙলৈ আঙুলিয়ায় ] সৌ পালেঙতে বাগৰিবি। পিছে আই অ' শুন— সেই দলিচাৰপৰা পালেঙলৈ খোজ দিওঁতে লেখি লেখি দিবি একা। বাওনা হৈ চন্দ্ৰলৈ হাত মেলিলে হামখুৰি খাই পৰিবি।

[ এনেতে আঁতৰত দিঘলীয়া মটৰৰ হৰ্ণ শুনা যায়। আঘোণা এফেচাৰে দলিচাৰপৰা উঠি খিৰিকীৰ মুখ পায়গৈ। সাবিত্ৰীয়েও আঘোণাৰ পিচত থিয় হৈ খিৰিকীয়েদি উৎসুকভাৱে বাহিৰলৈ চায়। বাহিৰত মটৰ আহি ৰোৱাৰ শব্দ শুনা যায় ]

আঘোণা—আহিল, আহিল বাপুকণ আহিল।

[ আঘোণা বেগাবেগিকৈ কোঠাটোৰপৰা ওলাই যায়। সাবিত্ৰীয়ে খিৰিকীয়েদি আগ্ৰহেৰে বাহিৰলৈ চাই ওলাই আহিব খোজোঁতেই আঘোণা ভুনাই সোমাই আহি, সাবিত্ৰীলৈ ৰোপাকৈ চাই কয় ]

আঘোণা—সজে সজে ইয়াৰপৰা নোলাবিনে ? ওলাই আহ। বুজিছোঁ। নহয় তোৰ মতলবটো সেই সয়ম্বৰ সভাত দ্ৰৌপদীক দেখি ৰজাবিলাক যি লেখীয়া হৈছিল বাপুকণকো তোৰ ৰূপ দেখুৱাই সেই লেখীয়া কৰিব খুজিছ নহয় ? ল'ৰাটোক থিয়ৈ থিয়ৈ মূছৰ্কছ যোৱাব খুজিছ।

[ আঘোণাই ছুনাই বাহিৰলৈ লৰ মাৰে। মুখত হাঁহি লৈ সাবিত্ৰীও বেগাবেগিকৈ কোঠাৰপৰা ওলাই যায়। নেপথ্যত কন্দৰ্পৰ মাত শুনা যায় ]

কন্দৰ্প—[ নেপথ্যত ] তইঁতৰ টেলিগ্ৰাম নেপালে মই কি কৰিম। সেইটোতো মোৰ দোষ নহয়, আৰু বুজিছ মা—এবাৰ তইঁতে পঠোৱা টকা মই আঠ দিনৰ মুৰতহে পাইছোঁ। আৰু কি জান মা—

[ মাক আৰু কন্দৰ্প মঞ্চত প্ৰবেশ কৰে। কন্দৰ্পৰ পৰিধানত মূল্যবান হাৱাইন চাৰ্ট আৰু লং পেণ্ট।

বকৱাণী—হৈছে, হৈছে। তই আৰু নতুনকৈ মোক একো জনাব নালাগে। যোৱা মাহত ঘৰলৈ কেইখন চিঠি দিছিলি ক'চোন। টকাৰ বেলিকা হলে টেলিগ্ৰামৰ ওপৰত টেলিগ্ৰাম।

[ কন্দৰ্প জোভা চোলা আদি খোলাৰ লগে লগে কয় ]

কন্দপ—তইতো কব লাগে কৈছ বেছ। কিন্তু যিয়ে বি. এ. পৰীক্ষা দিয়ে, সিহে বুজে পঢ়াৰ ঠেলা বাপৰে বাপ। গা-ধুবলৈ আজৰি নাই, শুবলৈ আজৰি নাই, খাবলৈ আজৰি নাই……।

বকৰাণী—[ ঠাট্টাৰ স্বৰত ] পঢ়িবলৈ আজৰি নাই, চিনেমা চাবলৈ আজৰি নাই, এবা চিঠি লিখিবলৈ আজৰি হব ক'ৰপৰা।

কন্দৰ্প—তইতো ঠাট্টা কৰিব লাগে কৰিছ। নিজে বি. এ. পৰীক্ষা দিলে বুজিলিহেঁতেন মোৰ কথা। তোৰতো C A T—কেট, R A T—ৰেট, তাতেই শেষ, বুজিবি কেনেকৈ।

[ পুতেকৰ কথাত বকৰাণীয়ে খিল্‌খিলাই হাঁহে। হাতত হ'ল্ডলেৰে বন্ধা বিচনা আৰু এটা ডাঙৰ চুটকেচ লৈ আঘোণাই কোঠাত সোমাই কয় ]

আঘোণা—বাপুকণৰ বাকচ দাঙিবই নোৱাৰি আইদেউ! ভিতৰত সেই তেনেই কলিকতাখনেই আহিছে হবলা।

কন্দৰ্প—তোলৈ কলপ আনিছোঁ। নহয়, আঘোণাকাই!

আঘোণা—কলপ ?

কন্দৰ্প—অ' অ' সেই যে পকা চুলি কেঁচা কৰিব পাৰি।

বৰুৱাণী—আঘোণা ! সাৱিত্ৰীক গা-ধোৱা ঘৰত পানী দিবলৈ ক'গৈ।

আঘোণা—[ কন্দৰ্পলৈ চাই ] বাপুকণ পিচে সেই……দাঁতৰ।

কন্দৰ্প—দাঁতৰ কি ?

আঘোণা—সেই লৰা দাঁত যে টিপ্‌খাই বহি যোৱা দেৱাইৰ কথা কৈছিলি।

কন্দৰ্প—[ হাঁহি ] অ' অ' মই বিচাৰিছিলোঁ। পিচে লৰা দাঁত বহি যোৱাৰ বোলে দেৱাই নাই। উঘালি পেলাই নতুন দাঁত লগাই লব লাগিব।

[ মাকলৈ চাই ]

দেউতা ক'লৈ গ'ল মা ?

বৰুৱাণী—বাগিচালৈ ওলাই গৈছে। আগতে খালী চাহ একাপ খাই লবিনে, নে গা ধুই খাবি ?

[ ইতিমধ্যে আঘোণা ওলাই গৈ ফুনাই দুৱাৰ মুখত বৈ কয় ]

আঘোণা—বাপুকণ !

কন্দৰ্প—কি আঘোণাকাই ?

আঘোণা—সেই যে, ভীম নে বৃকোদৰৰ কলিকতীয়া সন্দেহৰ কথা কৈছিলি, আনিছ জানো ?

কন্দৰ্প—অ' ভীমনাগৰ সন্দেশ। ইস্‌ ৰাম, একেবাৰে

পাহৰিলোঁ। আঘোণাকাই! তয়তো চিঠি এখন দি মনত পেলাই দিব পাৰ?

বকৰাণী—এতিয়া যা আঘোণা, সেইবিলাক কথা থ।

[ আঘোণাৰ প্ৰস্থান ]

এতিয়া চাহ-টাহ নেলাগে বাপুকণ। একেবাৰে গা ধুই ল।

[ বকৰা কোঠালৈ সোমাই আহে, চেহেৰাত, পোচাকত বাগিচাৰ মালিকৰ আভিজাত্যৰ ছাপ ]

বকৰা—বাপুকণ! আহিলি?

[ কন্দৰ্প বহাৰ পৰা থিয় হয়, বাপেকৰ মুখলৈ চাই তলমূৰকৈ কয় ]

কন্দৰ্প—হয়।

বকৰা—পৰীক্ষা দিলি?

কন্দৰ্প—দিলোঁ।

বকৰা—কেনে হ'ল?

কন্দৰ্প—ভালেই।

বকৰা—পাছ হবিতো?

কন্দৰ্প—হম।

বকৰা—অ' [ যাব খুজি থমকি বৈ সোধে ]

ইয়ে……ইহঁতৰ কেনেকুৱা?

কন্দৰ্প—[ প্ৰশ্নসূচক দৃষ্টিৰে বাপেকলৈ চাই ]

বকৰা—এই সুবিমল ফুকনহঁতৰ ?

কন্দৰ্প—ভাল।

বকৰা—বাৰু।

[ বকৰা যাব খোজে, বকৰাণীয়ে কয় ]

বকৰাণী—কলিকতাত তাক ইমান টকা কিয় লাগে মোক যে সোধে, এতিয়া তাক নিজে নোসোধে কিয় ?

বকৰা—সুধিব নালাগে। কলিকতাত অসমীয়া টি-প্লেণ্টাৰৰ ল'ৰাই টকা খৰচ কৰাত কম্‌পিটিচন চলায়। কি কৰ বাপুকণ ?

[ কন্দৰ্পই তলমূৰ কৰি মূৰ খজুৱাই, আৰু বকৰাই সেইফালে চাই মুখত মিঁচিকিয়া হাঁহি লৈ ভিতৰ সোমাই। কন্দৰ্পই বাপেক যোৱাৰ ফালে কেৰাহিকৈ চাই মাকক কয় ]

কন্দৰ্প—বাপ্‌ৰে বাপ্ তইতো কম নহয় মা। টকাৰ কথা সোধে বুলি ইপিনে মোৰ বুকু ধিপ্‌ধিপাই আছে, তই আৰু তাকে উন্মুকিয়াই দিছ।

বকৰাণী—[ ঠাট্টাৰ সুৰত ] কিয় ? মই চি, এ, টি—কেট্, আৰ, এ, টি—ৰেটৰ যদি দেউতাৰক দেখি বুকু ধিপ্ নিধিপায় তোৰ বি, এৰ বুকু ধিপ্ ধিপাই কিয় ?

[ সাবিত্ৰী সোমাই আহি দুৱাৰ মুখৰ পৰা কৈ গুচি যায় ]

সাবিত্ৰী—আইতা ! গা-ধোৱা ঘৰত পানী দিছোঁ।

বকৱাণী—যা বাপুকণ—গা ধুগৈ যা।

কন্দৰ্প—এইজনী ক'ৰ ছোৱালী মা ?

বকৱাণী—এ, কিনো কবি, সেই যে, আমাৰ বাগিচাত গোৱালপাৰাৰ মতা মহৰীজন আছিল, অলপতে নিউমুনিয়া বেমাৰত পৰি ঢুকাল। মহৰীৰ ঘৈণীয়েকৰ আপোন বুলিবলৈ বোলে কেও নাই। ল'ৰা-ছোৱালীৰ ভিতৰত সেই ছোৱালী-জনীয়েই। নাম সাবিত্ৰী। কি কৰিবি আৰু। ইমান দিন বাগিচাত কাম কৰা মানুহ, ঘৈণীয়েক জীয়েককতো এলাই এথানি কৰি এৰি দিব নোৱাৰি। বঙলাতে ৰাখিছোঁ। ইখন, সিখন কৰে। ছোৱালীজনী কামে কাজে বেয়া নহয়। সেইবিলাক কথা এৰ এতিয়া। পেণ্ট-টেণ্ট বিলাক গা ধোৱা ঘৰতে সলাই থবি। ধোৱাক দিব লাগিব। তই যা—গা ধুগৈ।

[ কন্দৰ্পই পেণ্ট আৰু গেঞ্জিবে দুৱাৰ মুখলৈ গৈ কয় ]

কন্দৰ্প—মা, মোৰ কাপোৰ ?

বকৱাণী—গা ধোৱা ঘৰতে পাবি। চুইটকেচৰ চাবি ক'ত থলি ?

কন্দৰ্প—চাৰ্টৰ জেপত।

[ কন্দৰ্পৰ প্ৰস্থান। বকবাণীয়ে কন্দৰ্পৰ চাৰ্টৰ জেপৰ পৰা চাবি উলিয়ায় আঘোণাক মাতে।

বকবাণী—আঘোণা! অই আঘোণা।

| আঘোনা সোমাই আহে।

বিচনাৰ কাপোৰবিলাক ব'দত দেগে। আৰু সাবিত্ৰীক মাতিছো বুলি কবি।

| আঘোনাৰ হুন্ডলৰ সৈতে বিচনাখন লৈ প্ৰস্থান। বকবাণীয়ে কাষৰ এখন টেবিলত চুইটকেচ্‌টো উঠাই থৈ তাৰ তলা খুলি বহা ফটো এখন উলিয়ায়। ফটোখন কন্দৰ্পৰ, এন্‌লাৰ্জ্ড কৰা। বকবাণীয়ে ফটোখন আগ্ৰহেৰে চাই। সাবিত্ৰী সোমাই আহে।

সাবিত্ৰী—মোক মাতিছিলা আইতা?

বকবাণী—অ'! বাপুকণৰ ফটোখন [ বেৰলৈ আঙুলি ] সেই ফটোখন গুচাই, তাতে আৰি থ।

[ সাবিত্ৰীয়ে বেৰত থকা ফটোখন আঁতৰাই তাত কন্দৰ্পৰ ফটোখন আঁৰি থয়। বকবাণীয়ে আলনাত কন্দৰ্পৰ কাপোৰ কেইজোৰমান উলিয়ায় থয় ]

সাবিত্ৰী—[ হাতৰ ফটোখন দেখুৱাই ] এইখন কোনখিনিত আৰিম আইতা?

বকবাণী—সেইখন মোৰ কোঠাত থগে। আৰু শুন, এটা ফুলদানিত কেইটামান ফুল আনি ইয়াত সজাই

থবি। [ সাবিত্ৰী যায় বকুৱাণীয়ে হুনাই কয় ] বাপুটিকো চাহ আনিব কবি।

[ বকুৱাণীয়ে চুইটকেচটো বন্ধ কৰে। কন্দৰ্পই টাৱলেৰে মুখ মচি মচি সোমাই আহে ]

বকুৱাণী—[ কন্দৰ্পৰ ফটোখনলৈ আঙুলিয়ায় ] সেইখন ফটো হবলা কলিকতাত তুলিলি বাপুকণ।

কন্দৰ্প—অ' মা! বটানিকেল গাৰ্ডেনত। ভাল হৈছেনে?

বকুৱাণী—ধুনীয়া হৈছে। ৰবি, মই চাহ আনোগৈ।

[ কন্দৰ্পই হাতত ফনি লৈ গুনগুনাই খিড়িকীৰ কাষত থকা টেবিল আইনাত মুখ আচুৰিবলৈ যাওতেই খিড়িকীয়েদি বঙলাৰ আগৰ ফুলনিত সাবিত্ৰীক দেখা পাই। খিড়িকীৰ কাষলৈ গৈ, কন্দৰ্প ই ৰ'লাগি সাবিত্ৰীলৈ চাই থাকে। আঘোণা সোমাই আহি কন্দৰ্পক তেনে অৱস্থাত দেখে। বেঙামেলি সিও খিড়িকীয়েদি বাহিৰলৈ চাই সাবিত্ৰীক দেখে। মুখত মিঁচিকিয়া হাঁহি মাৰি, গহীন হৈ আঘোনাই গল হেকাৰনি মাৰে। কন্দৰ্পই উচ্‌প খাই আঘোনালৈ ঘূৰি চাই খোতামোজা খাই কয় ]

কন্দৰ্প—অ' অ' আঘোনা কাই। মানে···ই চাইছোঁ।

আঘোণা—অ' অ' চোৱা মোৰ সোণাই চোৱা। এতিয়াতো তোমাৰ চোৱাৰেই বয়স।

কন্দৰ্প—মানে ইয়াক···বঙলাৰ আগৰ ফুলনিখন চাইছোঁ।

আঘোণা—জৰুৰ, জৰুৰ···ফুলনিখন নেচায় তুমি কিবা সেই ফুলনিত ফুলচিঙি থকা জনীক চাবলৈ গৈছানে?

কন্দৰ্প—যাঃ তোৰ মাথো পাক লগোৱা কথা। ফুলনিখন কিন্তু আমাৰ বৰ ধুনীয়া হৈছে, নহয় আঘোনাকাই ?

আঘোণা—বৰ ধুনীয়া ! বৰ ধুনীয়া। ফুলনীতকৈয়ো (জিভাৰে টকলি মাৰি) ফুলচিঙি থকা জনী আৰু ধুনীয়া। এনে পৰিমণ্ডলত সেই ফুলৰ ডালত পৰি কুলি চৰাই এটাই যদি কু-উ, কু-উ ৰবে বিনাই থাকিলহেঁতেন, বাপেকে ধুনীয়াৰ চৌধ্য পুৰুষ তমচকাৰ হ'লহেঁতেন। তেজে পিৰ্‌পিৰাই থাকিলহেঁতেন। কানে ভম্‌ভমাই থাকিল-হেঁতেন। বুকুৰে ধপ্‌ধপাই থাকিলহেঁতেন। সেই বঙালী গানৰ লেখিয়া—

। হাতেৰে অংগি ভংগি কৰি গায়।

ডালে পৰিয়া পপীয়া কান্দে
কু-উ, কু-উ কৰে চজনী,
তোমাৰি তৰে বুকু ভেঙ্গে যায়
অগো আমাৰ ৰজনী ;
কান্দে কু-উ, কু-উ চজনী
অগো আমাৰ ৰজনী।

[ বকবাণী সোমাই আহে। লগতে চাহৰ সৰঞ্জাম লৈ বাপুটি। বকবাণীক দেখি জিভা কামুৰি আঘোনা চুপ হৈ যায়। কন্দৰ্প ই খিলখিলাই হাহে। বকবাণীয়ে হাহি কন্দৰ্পক সোধে ]

বকবাণী—এই পগলাটোৱে তোক কি গান গাই শুনাইছে অ' বাপুকণ ?

আঘোণা—মই ক'ত গান গাই শুনাম আইদেউ ! সেই বাপুকণে কলিকতীয়া বঙালি গান এটা শিকাই দি গাবলৈ কৈছে, তাকে গাইছোঁ।

[ ইতিমধ্যে টেবিলত চাহৰ সৰঞ্জাম থৈ বাপুটি যায় গৈ। চাহ ঢালি ঢালি বকবাণীয়ে সোধে ]

বকবাণী—কি গান অ' বাপুকণ ?

আঘোণা—সেই কলিকতীয়া বঙালি দেছুৱালীৰ গান আই-দেউ। এজনীৰ নাম হলগৈ চজনী, আৰু এজনীৰ নাম হলগৈ কিবা বোলেনে……অ' অ' ৰজনী ৰজনী। নহয়নে বাপুকণ ?

বকবাণী—চজনী, ৰজনী ?

আঘোণা—হয় আইদেউ চজনী ৰজনী। সেই বাপুকণৰ লগতে কলেজত পঢ়ে বোলে।

কন্দৰ্প—বাপৰে বাপ্। ই সাজি সাজি ইমান মিছা কথা কব পাৰে মা।

আঘোণা—সাজি কৰলৈ মোৰ কিহৰ চুট্‌খৰে থাইছে। তই শিকাই দি যি গাবলৈ কৈছ তাকেহে গাইছোঁ।

বকবাণী—তোকনো কি শিকাইছিল?

আঘোণা—গানতো হলগৈ এহ্‌ অ' পৰিছে পৰিছে, মনত পৰিছে। গানটো হলে বৰ সন্তাপৰ গান আই। সেই আমাৰ বাপুকণৰ দৰে মই হলে ফেকুৰি ফেকুৰি সেই লেখিয়াকৈ গাব নোৱাৰিম। তথাপিও [ গল হেকাৰণি মাৰি কন্দাৰ সুৰত ]

তোমাৰি তৰে বুকু ভেঙ্গে যায়
অগো আমাৰ চজনী
অগো আমাৰ ৰজনী
কু-উ কু-উ ৰবে……

বকবাণী—[ হাঁহি ] হৈছে, হৈছে তই এতিয়া ইয়াৰ পৰা যা।

কন্দৰ্প—ইয়াৰ পৰা নহয় মা। এই মিছলীয়াটোক আমাৰ বাগিচাৰ পৰাই খেদা। সি কুলি চৰাই হৈ উৰি ফুৰক গৈ।

[ আঘোণাই দুৱাৰ মুখলৈ গৈ ঘূৰি চাই কয় ]

আঘোণা—কুলি চৰাই হৈ উৰি ফুৰিব পাৰিলে দায়েই মাৰিলোঁহেতেন। পিছে আইদেউ! সেই

আমাৰ আগফালৰ ফুলনীখন হ'লে বৰ ধুনীয়া হৈছে........তাত......

কন্দৰ্প—[ থতমতে ] আঘোণাকাই ! তই যাবি নে নাযাৱ ।

আঘোণা—যাও বাৰু এতিয়া । পিচে পৰেও আইদেউৰ আগত সেই সত্যৱানৰ উপখ্যান কম । [ প্ৰস্থান ]

বকৱাণী—[ হাঁহি ] মানুহটো কিবা অহো বলীয়াৰ দৰে ।

কন্দৰ্প—বলিয়া নহয় । এক নম্বৰ টিমক ।

বকৱাণী—বোৱাৰীহঁত এই ঘৰত সোমোৱাৰ দিনৰ পৰাই মানুহটোক একে দেখি আহিছোঁ । মাথোন চুলি কেইদাল পকিছে । তয়োতো তাৰ কোলা পিঠিতেই ডাঙৰ হলি ।

কন্দৰ্প—তহঁতৰ কিন্তু পাপ লাগিছে মা । আঘোণাকাইক বিয়া কৰাই দি তহঁতে তাক এখন ঘৰ পাতি দিব লাগিছিল । আমাৰ ঘৰতেই বুঢ়া হলহি ।

বকৱাণী—ককাৰৰ থাকোতেই বোলে বিয়াৰ চেষ্টা কৰিছিল সি, পিচে বোলে বিয়া নকৰায় । দেউতাৰো-ওটো কম চেষ্টা কৰা নাছিল । টানি ধৰিলে দুদিনমানলৈ বঙলাতে সি নোহোৱা হয় ।

[ কথাৰ মাজতেই কন্দৰ্পক কটি, মাখন, কণী, চাহ আদি বকৱাণীয়ে দিয়ে । কন্দৰ্পও চাহখোৱা অৱস্থাতেই কথা বিলাক পাতে ]

বকৰাণী—আনৰ কথা থ। পিচে তোৰ নিজৰ এতিয়া কি কৰ ?

কন্দৰ্প—মোৰ নিজৰ কি ?

বকৰাণী—নিজৰ মানে……বি, এ, পাচটো কৰিবিয়েই। এতিয়া বিয়া বাকৰ ফালে মন দে। মই অকলে আৰু নোৱাৰো। দেউতাৰেতো ঘৰৰ ফালে নাচায়েই। দিনে ৰাতি বাগিচালৈয়ে ব্যস্ত। অ' সিদিনা আমাৰ ইয়ালৈ ৰাজেশ্বৰ ভূঁঞা আহিছিল নহয়।

কন্দৰ্প—কোন ৰাজেশ্বৰ ভূঁঞা ?

বকৰাণী—ইচ্ চিনিয়ে নোপোৱা হলি নে ? ৰায়চাহাব ৰাজেশ্বৰ ভূঁঞা। লগত পৰিবাৰ আৰু জীয়েককো লৈ আহিছিল। তিনি দিন আমাৰ বাগিচাতে থাকি গ'ল। এনে সাদৰী মানুহ। মাক চাই জীয়েকো হৈছে। এইবাৰ আই, এ, দিছে। এনে মৰম লগা ছোৱালীজনী। যেন, কোলাতেই লম নে বোকোচাতেই লম।

কন্দৰ্প—পিচে কিহত ললি ?

বকৰাণী—[ প্ৰশ্নসূচক দৃষ্টিৰে চাই ] কি ?

কন্দৰ্প—মানে শেষ মেষ কিহত ললি। কোলাত ললি নে বোকোচাত ললি।

বকৱাণী—[ খঙেৰে ] এতিয়ালৈকে লোৱা নাই। লম্হে। বোৱাৰী কৰি লম।

কন্দৰ্প—বাপ্‌ৰে।

বকৱাণী—[ ইতিকিঙৰ সুৰত ]—বাপ্‌ৰে নহয়। গান শুনিলেহে বাপ্‌ৰে বুলি কলি হয়। যি ধুনীয়া গান গায়।

কন্দৰ্প—কথাৰে কলে নচলিব নহয়। প্ৰমাণ দে। কি গান গাইছিল এটা গাই শুনা। তেহে বুজিম।

বকৱাণী—[ উচাৎ মাৰি বহাৰ পৰা উঠি ] চা, বাপুকণ! তই মোৰ লগত কথাই কথাই ঠাট্টা নকৰিবি। ঠাট্টা কৰিবলৈ মই তোৰ সমনীয়া নহয় নহয়। ঠিক মিলিছ। বাপেৰ পুতেৰ দুয়োটাই ঠিক মিলিছ।

[ খঙেৰে ভিতৰলৈ সোমাই যায় ]

[ মাক যোৱাৰ ফালে চাই কন্দৰ্পই হাঁহে। নেপথ্যত এটা মৃদু যন্ত্ৰ সঙ্গীত বাজে। কন্দৰ্পৰ চাহ খোৱা শেষ হয়। সি পুৱৰ খিড়িকীৰ কাষলৈ গৈ বাহিৰলৈ চায়। সঙ্কোচেৰে হাতত ফুল সহ এটা ফুলদানী লৈ সাবিত্ৰী কোঠালৈ সোমাই আহি টেবিলৰ ওপৰত ফুলদানি থৈ চাহৰ সৰঞ্জামবিলাক তুলি লয়। কাপ প্লেটৰ এটা ক্ষীণ শব্দ হয়। কন্দৰ্পই ঘূৰি চাই সাবিত্ৰীক দেখে। সাবিত্ৰী কোঠাৰ পৰা ওলাই যাব খোজোতেই কন্দৰ্পই মাতে ]

কন্দৰ্প—সাবিত্ৰী ! [ সাবিত্ৰী দুৱাৰ মুখত থমকি ৰয় ]

ফুল মই বৰ ভাল পাও। গোলাপ আৰু কপৌফুল সময় পালে মোৰ টেবিলত কেইটামান থবাচোন।

[ মুখত মিচিকিয়া হাহি লৈ সাবিত্ৰী ওলাই যায়। কন্দৰ্পই সেইফালে ক্ষন্তেক চাই থাকি লাহে লাহে মঞ্চৰ সমুখলৈ আগুৱাই আহে। যন্ত্ৰ সঙ্গীত স্পষ্ট হয়। টেবিলৰ ফুলদানিত কন্দৰ্পৰ চকু পৰে। সি টেবিলৰ পৰা ফুলদানিটো তুলি লয়। আলফুলকৈ ফুল বিলাকত হাতবুলাই শুঙি চাই, কিবা এটা ভাবত সি তন্ময় হয়। যন্ত্ৰ সঙ্গীত খৰকৈ বাজে। আঘোনা বেগাবেগিকৈ সোমাই আহি কয় ]

আঘোণা—বাপুকণ ! বেগাই আহ, বেগাই আহ।

কন্দৰ্প—কি হ'ল ?

আঘোণা—জানো, কিবা এটা লেঠা লাগিল হবলা। মাৰ দেউতাৰে দেখোন গহীন হৈ বহি আছে। তোক মাতি দিবলৈ কৈছে।

[ কন্দৰ্পই টেবিললৈ নোচোৱাকৈয়ে ফুলদানিটো তাত থৈ যাব খোজোতেই ফুলদানিটো পৰি ভাঙে। কন্দৰ্পই থমকি সেইফালে চাই ]

আঘোণা—এহ্ এহ্ যাত্ৰাতেই ভকত গাঁঠি লগালে। তই যা, যা মই থানথিত লগাম।

[ কন্দৰ্প কোঠাৰ পৰা ওলাই যায়। আঘোণাই মজিয়াত বহি ভঙা ফুলদানিৰ টুকুৰাবিলাকলৈ জোৰা লগাবলৈ চেষ্টা কৰে। সাবিত্ৰী হাতত

এডাল কপৌফুলৰ মালাৰে সোমাই আছে। সি কাষে টেবিলৰ আৰত বহি থকা আঘোণাক তাই দেখা নাপায়। কপৌফুলৰ মালাডাল লৈ তাই কন্দৰ্পৰ আৰিথোৱা ফটোখনৰ কাষলৈ গৈ তন্ময় হৈ চাই থাকে। নেপথ্যত যন্ত্র সঙ্গীত বাজি থাকে। এহাতে ফুল আৰু আনহাতে ফুলদানিৰ ভঙা টুকুৰাবোৰ লৈ থিয় হৈ আঘোনাই সাৱিত্ৰীক তেনে অৱস্থাত দেখা পায়। সাবিত্ৰীয়ে লাহে লাহে হাতত কপৌফুলৰ মালাখাৰ কন্দৰ্পৰ ফটোত আৰি দিয়ে। আঘোণাই খিলখিলাই হাঁহি দিয়ে। সাবিত্ৰীয়ে উচপ্ খাই উভতি চাই তলমূৰ কৰে ]

আঘোণা—হাঃ—হাঃ—কাক মালা পিন্ধালি সাবিত্ৰী। সিহত ডাঙৰ মানুহ, ধনী মানুহ। সিহতে সাপ হৈ খোটে, বেজহৈ জাৰে। জুইত চগা পৰে, জুই মুনুমাই। চগাৰ পাখী পোৰে চটফটাই মৰে।

সাৱিত্ৰী—[ প্ৰায় চিঞৰী ] আঘোণাকাই !

[ আঘোণাই দুয়ো হাতে থকা ভঙা ফুলদানি আৰু ফুলবিলাক সাৱিত্ৰীৰ ফালে দেখুৱাই হাঁহে। ]

আঘোণা—হাঃ···হাঃ··· ·· ।

[ আৰ কাপোৰ নামি আহে ]

## দ্বিতীয় দৃশ্য

[ বৰুৱাৰ ড্ৰইং ৰুম। ড্ৰইং ৰুমৰ দুখন দুৱাৰ। বাহিৰ আৰু ভিতৰ। ধুনীয়া চোফা চেট্। বেৰত কেইখনমান অইলপেইন্টিঙৰ ৺ডাঙৰ ছবি। টেবিলত ফুলদানি আৰু ট্ৰে। একাষত ৰেডিও। বেৰৰ ওৱাল ক্লকত পুৰাৰ ৭টা বাজে। মুখত পাইপ লৈ কিবা ভাৱত তন্ময় হৈ বৰুৱাক ঘূৰি ফুৰা অৱস্থাত আঁৰ কাপোৰ উঠাৰ লগে লগে দেখা যাব। হঠাৎ বৰুৱা থমকি ৰৈ টেবিলত থকা কলিং বেল বজায়। বাগিচাৰ ভাকোৱালৰ লেখিয়া এজন বনুৱা বাহিৰৰ দুৱাৰ মুখত ৰৈ চেলাম দিয়ে ]

বৰুৱা—জামাদাৰ বাবুক মাত।

[ বনুৱাজনৰ চেলাম দি প্ৰস্থান। বৰুৱাৰ চকুৰ চেলাউৰি থুপ খায়। হাতৰ আঙুলি মোহাৰে। বৰুৱাণী সোমাই আহে ]

বৰুৱাণী—কি হ'ল, মোক মাতিছিল বোলে?

বৰুৱা—এৰা, মাতিছিলোঁ। [ পাইপৰ এমোকোৰা ধোঁৱা উপৰলৈ উৰুৱাই ] পিচে, তোমাৰ বাপুকণৰ কি ব্যাধি হৈছে......তাৰ চিকিৎসাৰ বিষয়ে কি ব্যৱস্থা কৰিছা?

বৰুৱাণী—[ আচৰিত হৈ ] তাৰ আকৌ কি ব্যাধি হ'ল?

বৰুৱা—ব্যাধি ডাঙৰেই। চিকিৎসা শাস্ত্ৰৰ বাহিৰত। ল'ভ......প্ৰেমৰ ব্যাধি।

বৰুৱাণী —কি কব খুজিছে, খুলি নকয় কিয় ?

বৰুৱা—কবলৈকে মাতিছোঁ। ৰাতি তিনিটা বজাত কুকুৰটোৱে কেবাবাৰো ভুকাত খিড়িকীয়েদি বাহিৰলৈ চাই দেখো বঙলাৰ সমুখৰ ফুলনিত তোমাৰ বাপুকণ আৰু সাবিত্ৰী।

বৰুৱাণী—[ আচৰিত হৈ ] ৰাতি তিনিটা বজাত ?

বৰুৱা—ঠিক তিনিটা নহয়। তিনিটালৈ এক মিনিট মান কম। দেখাৰ থিক পিচতেই ড্ৰইং ৰুমৰ ঘড়ীত তিনিটাৰ শব্দ হয়।

বৰুৱাণী—সৰু মানুহৰ লগত সঙ্গ কৰিলে এনেকুৱাই হয়।

বৰুৱা—ডাঙৰ মানুহে তোমাৰ বঙলাত চাকৰ চাকৰণীৰ কাম কৰিবলৈ নাহে। মানুহ টকালৈ ডাঙৰ সৰু নহয়। ডাঙৰ সৰু হয় তাৰ স্বভাৱ চৰিত্ৰলৈ।

বৰুৱাণী—মই নিজে আজি কেইবাদিনৰ পৰা ইহতৰ হলি-গলি দেখিছোঁ। ভালোতেহে মামাকৰ ঘৰত কেইদিন মান থাকি আহিবলৈ কওতে সি নাযায়। ৰবচোন আজি, মাক জীয়েক দোয়োকো বঙলাৰ পৰা খেদাম।

বৰুৱা—লগতে বাপুকণকো খেদালে বোধকৰো উচিত বিচাৰ হব।

বৰুৱাণী—তাক আকৌ কলৈ খেদাম ?

বৰুৱা—সিহঁতক যলৈ খেদোঁৱা। তোমাৰ ল'ৰাৰ হতুৱাই তোমাৰ আশ্ৰয়ত থকা ছোৱালীৰ সৰ্ব্বনাশ কৰি, তাইক খেদি তোমাৰ ল'ৰাক ঘৰত ৰাখিবা কোন যুক্তিমতে। তোমাৰ ল'ৰা শিক্ষিত, সাবিত্ৰী অশিক্ষিত। ভুল কৰিলে তাৰ বাবে দোষী শিক্ষিত কন্দৰ্প বৰুৱা, অশিক্ষিত সাবিত্ৰী নহয়।

বৰুৱাণী—কিয় নহব। কিহত বিপদ আছে, কোনটো ভাল, কোনটো বেয়া, তাক বিচাৰ কৰিবৰ শক্তি অশিক্ষিতৰো আছে। জানোৱাৰেও গা বচাই চলাৰ কাণ্ডজ্ঞান ৰাখে। কিবা এটা হলে সাবিত্ৰী সমাজৰ পৰা খেদা খাব, কন্দৰ্প বৰুৱাই নেখায়।

বৰুৱা—যাওক, এই বিলাকৰ বিষয়ে তোমাৰ লগত তৰ্ক কৰা অনৰ্থক। সাবিত্ৰী যদি তোমাৰ নিজৰ ছোৱালী হলহেঁতেন, মই জানো স্বাভাৱিক ৰূপেই তোমাৰ তৰ্কৰ সুৰ অন্য ৰকমৰ হল-হেঁতেন। [ হঠাৎ বাহিৰলৈ চকু পৰে ] কোন ?

(নেপথ্যত) পিয়ন—এখন টেলিগ্ৰাম আছে।

বৰুৱা—বাপুকণ বা সাৱিত্ৰীক এই বিলাকৰ বিষয়ে একো নকবা। জামাদাৰবাবুৰ পুতেকৰ লগত এই মাহতেই তাইৰ বিয়াৰ ব্যৱস্থা কৰিম। বাপুকণক মই মাতিছোঁ বুলি কবা। [ বাহিৰলৈ চাই। আনা।

[ এখন টেলিগ্ৰাম লৈ পিয়ন এজন সোমাই আহে। বৰুৱাণী ভিতৰলৈ যায়। বৰুৱাই চহী কৰি টেলিগ্ৰাম লয়। পিয়নে চেলাম কৰি ওলাই যায়। বৰুৱাই টেলিগ্ৰামখন খুলি পঢ়ে। কন্দৰ্প সোমাই আহে ]

বৰুৱা—[ টেলিগ্ৰামখন কন্দৰ্পলৈ দি ] তই অনাৰ্চলৈ পাচ কৰিছ।

[ কন্দৰ্পই দেউতাকৰ পৰা টেলিগ্ৰামখন লৈ পঢ়ে। বৰুৱাই ক্ষন্তেক পুতেকৰ মুখলৈ ৰ'লাগি চাই থাকি কয় ]

বৰুৱা—ৰত্নেশ্বৰ ভূঞাঁই তোক এবাৰ যোৰহাটলৈ মাতিছে। আজি ৰাতিৰ ট্ৰেইনত তই যোৰহাটলৈ যাবি। ভূঞাঁৰ তাত কেইদিনমান থাকি বাহিৰে বাহিৰে কলিকতালৈ যাবি। পাৰিলে মামাৰৰ ঘৰটো সোমাই যাবি। তই মেডিকেল লাইনত যোৱাটোৱেই মোৰ ইচ্ছা। তোৰ ইচ্ছা নহলে এম, এচ, চি নাইবা আন লাইন লব পাৰ।

কন্দৰ্প—[ কওঁ নকওঁকৈ ] আজি ৰাতি……

[ বৰুৱাই প্ৰশ্ন সূচক দৃষ্টিৰে চাই ]

আজি ৰাতিৰ গাড়ীত যাবলৈ কাপোৰ কানিবোৰ লেতেৰা হৈ আছে।

বৰুৱা—কাপোৰ বিলাক উলিয়াই থগৈ। সন্ধিয়াৰ আগতে ধোৱাই কাপোৰ দিব।

[ কন্দৰ্প ছুৱাৰ মুখলৈ লাহে লাহে গৈ থমকি ৰয়। বৰুৱাই সেইফালে কেৰাহিকৈ চাই নেদেখাৰ ভাও ধৰি পাইপ টানে ]

কন্দৰ্প—[ কওঁ নকওঁকৈ ] মোৰ যোৰহাটৰ তেখেত সকলৰ লগত তেনে চিনা পৰিচয় নাই।

বৰুৱা—সেই কাৰণেইতো তোক যোৰহাটলৈ যাবলৈ কৈছোঁ। মাৰব আৰু মোৰ তেখেত সকলৰ লগত চিনা পৰিচয়ে নহয়, যথেষ্ট ঘনিষ্ঠতাও হৈছে। কেবাখনো চিঠিৰ উপৰিও ভূঞাঁই তেখেতৰ পৰিবাৰক লগতলৈ নিজে আহি তোক এবাৰ তেখেত সকলৰ ঘৰলৈ পঠিয়াই দিবলৈ মোক আৰু মাৰক অনুৰোধ কৰি গৈছে।

[ নিৰুত্তৰ হৈ কন্দৰ্প ছুৱাৰ মুখতে থিয় হৈ থাকে। পূৰ্ব্বৰ ডাকোৱালটো আহি কয় ]

ডাকোৱাল—হুজুৰ! জামাদাৰ বাবু।

বৰুৱা—মাত। [ ডাকোৱালৰ প্ৰস্থান। কন্দৰ্পলৈ চাই ]

শুন ! [কন্দৰ্প ডুবাৰ মুখৰ পৰা আঁতৰাই আহে ]

বহ । [ কন্দৰ্প এখন চোফাত বহে। আদহীয়া বয়সৰ জামাদাৰবাবু সোমাই আহি চালাম দিয়ে ]

বহক। আপোনাৰ লগত মোৰ কথা আছে। [ জামাদাৰ বাবু সঙ্কোচেৰে বহে। ] আপোনাৰ ল'ৰাটো বাগিচাত এপ্ৰেণ্টিচ খটা কিমান দিন হ'ল ?

জামাদাৰ—দহ মাহ মান হ'ল চাৰ।

বৰুৱা—[ ক্ষন্তেক নিটাল মাৰি পাইপ টানি ] অৱশ্যে মোৰ বাগিচাত নহয়, ওচৰৰে কোনোবা বাগিচাত এমাহ মানৰ ভিতৰতে মই তাৰ চাকৰী এটা জোগাৰ কৰি দিম।

[ জামাদাৰে কৃতজ্ঞতাৰে হাত মোহাৰে। বৰুৱাই ডুবাৰমান পাইপ টানি ] আপোনাৰ ল'ৰাটোৰ বিয়া কৰাবৰ উপযুক্ত বয়স হৈছে নহয় ?

জামাদাৰ—[ হাত মোহাৰি ] হৈছে চাৰ। কাম এটাত সুমুৱাই দিব পাৰিলেই বিয়াখন পাতিম বুলি ভাবিছোঁ।

বৰুৱা—অ'...ছোৱালী চাইছে নে নাই ?

জামাদাৰ—তেনেকৈ এতিয়াও চোৱা নাই চাৰ।

বকৱা—আমাৰ মহৰীৰ জীয়েকক কেনে দেখে ?

[ জামাদাৰে প্ৰশ্নসূচক দৃষ্টিৰে বকৱালৈ চায় ] মই তেখেত গোৱালপাৰাৰ বৰ মহৰীৰ জীয়েকৰ কথা কৈছো, সাবিত্ৰীৰ।

[ কন্দৰ্পই উচপিচ কৰে ]

জামাদাৰ—ভালেই চাৰ।

বকৱা—বৰ মহৰী জীয়াই থাকোতে আপোনাৰ লগততো তেখেতৰ বেচ বন্ধুত্বও আছিল।

জামাদাৰ—আছিল চাৰ।

বকৱা—মাত্ৰ মোৰেই নহয়, বাগিচাৰ সকলো কৰ্ম্মচাৰীৰে সাৱিত্ৰীৰ প্ৰতি এটা কৰ্ত্তব্য আছে, কি কয় ?

জামাদাৰ—আছে চাৰ।

বকৱা—এসপ্তাহৰ ভিতৰতে মই আপোনাৰ ল'ৰাৰ এপইণ্টমেণ্ট লেটাৰ আনি দিম। অহামাহৰ ভিতৰতে নিশ্চয় বিয়াৰ দিন পোৱা যাব। মোৰ বাগিচাৰ পৰা সাৱিত্ৰীৰ মাকে ত্ৰিশ টকাকৈ মাহে পাব। শাহুৱেককো নিজৰ লগত ৰাখিলে আপোনাৰ ল'ৰাৰ নিশ্চয় বহুতখিনি সুবিধা হব।

[ জামাদাৰে সেমনা সেমেনি কৰে। বৰুৱাই সেই ফালে কেৰাহিকৈ চাই কয় ] আপোনাৰ কিবা কবলগা থাকিলে কওক।

জামাদাৰ—কবলৈ তেনেকুৱা.........অহা মাহৰ ভিতৰত বিয়াখন পাতিবলৈ......

বৰুৱা—বাগিচাৰ পৰা আপুনি পাঁচশ টকা এড্ভান্স লব পাৰে। আৰু সাবিত্ৰীক যেতিয়া ময়েই বিয়া দিব লাগিব, ছোৱালীক উলিয়াই দিওতে অন্ততঃ মোৰ সন্মান অনুযায়ী কিছু দিব লাগিব।

জামাদাৰ—ভাল চাৰ। মোৰ কবলৈ একো নাই। আপোনাৰেই ল'ৰা। পিচে চাৰ, তাৰ মতটো...

বৰুৱা—সন্ধিয়া আপোনাৰ ল'ৰাক মোৰ ওচৰলৈ পঠাই দিব। মই আপোনাক কথা দিছো, সি সম্পূৰ্ণ মত দিব। আপুনি এতিয়া যাওক।

জামাদাৰ—ভাল চাৰ। [ চেলাম কৰি প্ৰস্থান ]

[ বৰুৱা বহাৰ পৰা উঠি, পাইপত নতুন ধঁপাত সুমুৱাই জলায় কন্দৰ্পলৈ চাই কয় ]

বৰুৱা—তাৰ পিচত ?

[ কন্দৰ্প নিমাত ]

কন্দৰ্প—[ চোফাৰ পৰা উঠি ] মোৰ যি কবলগা আছে, মাৰ আগত কৈ পঠিয়াম।

[ কন্দৰ্প দুৱাৰ মুখলৈ আগবাঢ়ি যায় ]

বৰুৱা—ওৱেইট্। [ কন্দৰ্প থমকি ৰয় ] তোৰ কথাখিনি তোৰ মাৰৰ মুখত শুনাতকৈ তোৰ নিজৰ মুখত শুনিলে বেছি স্পষ্টকৈ বুজিব পাৰিম।

কন্দৰ্প—মোৰ যোৰহাটলৈ যাবলৈ ইচ্ছা নাই।

বৰুৱা—তোৰ ইচ্ছাৰ ওপৰতেই সদায় সকলো নিৰ্ভৰ নকৰে। ডউ আই এম ইউৰ ফাদাৰ। আজিলৈকে তোৰ ইচ্ছাক অসন্মান কৰা নাই। ইন-ৰিটাৰ্ণ, তই মোৰ ইচ্ছাক সন্মান দেখুৱা উচিত।

[ বৰুৱাণী সোমাই আহি দুৱাৰ মুখত খিয় হয় ]

কন্দৰ্প—যোৰহাটলৈ .....

বৰুৱা—ইয়েচ্।

কন্দৰ্প—[ মনলৈ জোৰকৈ সাহস আনি ] মোক যোৰহাটলৈ কি উদ্দেশ্যলৈ পঠিয়াব খুজিছে মই জানো। কিন্তু, মই এতিয়া বিয়া নকৰাও।

বৰুৱা—[ বিদ্ৰূপেৰে হাঁহি ] অ' বিয়া নকৰাও। কিন্তু তোৰ কাৰ্য্যত......ব্যৱহাৰত, তই যে বিয়াৰ সম্পূৰ্ণ

উপযুক্ত হৈছে, তাৰেইতো প্ৰমান দিছ। আই থিঙ্ক, ইউ আৰ নট ফুল। মোৰ কথাৰ ইঙ্গিত বুজিবলৈ আশাকৰো তই টান পোৱা নাই। কিন্তু, মনত ৰাখিবি [ টেবিলৰ পৰা টেলিগ্ৰাম তুলি কন্দৰ্পৰ ফালে দেখুৱাই ] এইখন অৰ্থহীন। ডিগ্ৰী মূল্যহীন। যেতিয়ালৈকে নিজৰ চৰিত্ৰ গঠন কৰিব নোৱাৰ।

[ বৰুৱা বাগিচাৰ ফালে বাহিৰৰ দুৱাৰেদি ওলাই যাব খুজি পুনৰ দুৱাৰ মুখত থমকি ৰৈ কয় ] যদি তোৰ কাৰ্য্যৰ দ্বাৰা, মোৰ মূৰ এক ইঞ্চিও দো খায়, মই তোক ক্ষমা নকৰিম।

[ বৰুৱাৰ প্ৰস্থান ]

কন্দৰ্প—[ মাকলৈ খঙেৰে চাই ] মই বুজিছো নহয়, এইবিলাক তহত দুয়োৰো কাৰচাজি।

বৰুৱাণী—[ হাঁহি ] হেৰ' পাগল, ইমান দিন ইয়াকেহে পঢ়িলিনে? মাক বাপেকে নিজৰ পুতেকৰ বিৰুদ্ধে কাৰচাজি কৰে, নহয়? মাক বাপেকে যি কৰে, ল'ৰা-ছোৱালীৰ ভালৰ কাৰণেহে কৰে।

কন্দৰ্প—হৈছে, হৈছে। দেউতাইতো এবখলা লেকচাৰ দি গৈছে, তয়ো এসোপা মাৰিব নালাগে।

বকুৰাণী—তই লেখা পঢ়া শিকি ডাঙৰ হৈছ, এতিয়া তোক লেকচাৰ দিবৰ দিন মোৰ নাই নহয়। কোনটো বেয়া, কোনটো ভাল সেইটো বুজাৰ বয়স তোৰ হৈছে। কি কৰিছ, কি নকৰিছ নিজে ভাবি চাচোন। [ প্ৰস্থান ]

[ কন্দৰ্প চাটিফুটিকৈ ড্ৰইং ৰুমত ঘূৰি ফুৰে। কৰুণ মৃদু যন্ত্ৰ সঙ্গীত এটা বাজি উঠে। সাৱিত্ৰী লাহে লাহে সোমাই আহে। কন্দৰ্পই সাৱিত্ৰীক দেখি কয় ]

কন্দৰ্প—সাৱিত্ৰী।

সাৱিত্ৰী—[ কন্দৰ্পৰ কাষলৈ আহি ] মই সকলো শুনিছো।

কন্দৰ্প—[ অধৈৰ্য্যৰে ] তোমাৰ অহা মাহৰ ভিতৰতে বিয়া সাৱিত্ৰী। কিন্তু, এই বিয়া মই বন্ধ কৰিম। তুমি আজিয়েই মোৰ লগত গুৱাহাটীলৈ ওলোৱা। কৰ্টত আমাৰ বিয়া হব, চিভিল মেৰেইজ।

সাৱিত্ৰী—আপোনাৰ লগত ?

কন্দৰ্প—[ আচৰিতহৈ ] অ' মোৰ লগত।

[ সাৱিত্ৰীয়ে বেজাৰৰ হাঁহি মাৰে ]

কন্দৰ্প—কি হ'ল সাৱিত্ৰী ?

সাৱিত্ৰী—কিন্তু, মইতো আপোনাক বিয়া কৰিব নোৱাৰো।

কন্দৰ্প—সাবিত্ৰী !

সাবিত্ৰী—মই আপোনাক ভাল পাওঁ, ভক্তি কৰো, কিন্তু আপোনাৰ স্ত্ৰী হোৱাৰ মোৰ যোগ্যতা ক'ত ?

কন্দৰ্প—সাবিত্ৰী !

সাবিত্ৰী—যি স্বাভাৱিক সি সদায় হয়। যি অস্বাভাৱিক সি কদাচিৎ হয়। কদাচিৎ যি হয় সি স্থায়ী নহয়। আপুনি আৰু মই সমানে সমানে নহওঁ। আপোনাৰ আজিৰ এই মোহ কিছুদিনৰ পিচত টুটি যাব।

কন্দৰ্প—সাবিত্ৰী, আজি তুমি এইবিলাক কি কৈছা ?

সাবিত্ৰী—এইবিলাক সকলো মোৰ কথা নহয়, আঘোনা-কাইৰো কথা। আপুনি মোৰ দেৱতা······ আপুনি মোৰ অন্তৰত সদায় থাকিব······সদায় মই আপোনাক পূজা কৰিম। বাকী জীৱন আপোনাৰ স্মৃতি লয়েই কটাম।

কন্দৰ্প—সাবিত্ৰী, সাবিত্ৰী !

সাবিত্ৰী—সমাজৰ চকুত নহলেও, ঈশ্বৰৰ চকুত আপুনিয়েই মোৰ স্বামী। আপোনাৰ ভালপোৱা মই পাইছোঁ। বিবাহ কৰি ভবিষ্যতে সেই ভাল-পোৱাৰ অমৰ্য্যদা হবলৈ নিদিওঁ।

কন্দৰ্প—এইবিলাক কি আচৰিত কথা কৈছা সাৱিত্ৰী।

সাৱিত্ৰী—দেউতা ঢুকুৱাৰ পিচত মা আৰু মই এই বাগিচাত আশ্ৰয়হীনা হৈ পৰিছিলোঁ। আপোনাৰ দেউতাকে আমাক আশ্ৰয় দিছে। প্ৰতিদানত মই তেওলোকৰ একমাত্ৰ সন্তানক বুকুৰ পৰা আজুৰি লৈ যাম। নহয়, নহয় ইমান অকৃতজ্ঞ মই নহও।

কন্দৰ্প—[ উত্তেজিত হৈ ] যদি ইমানেই তোমাৰ কৃতজ্ঞতা তেন্তে তোমাৰ ইমান কাষলৈ আহিবলৈ মোক সাহস দিছিলা কিয় সাৱিত্ৰী ?

সাৱিত্ৰী—[ প্ৰায় কান্দি ] আপোনাৰ প্ৰতি মোৰ মোহ। ভুল ময়েই কৰিছোঁ। মোৰ সেই ভুলৰ চেকা আপোনাৰ গাত পৰিবলৈ নিদিও। মই আপোনাক মিনতি কৰিছোঁ, মোৰ কাৰণে দেউতা আৰু আইতাৰ মনত আঘাত নিদিব। তেখেত সকলে যি কৰিবলৈ কৈছে, তাকে কৰক।

কন্দৰ্প—কিন্তু সাবিত্ৰী……

সাৱিত্ৰী—[ কান্দি কান্দি ] মই আপোনাক কাকুতি কৰিছোঁ, [ ভৰিত ধৰি ] ভৰিত ধৰিছোঁ……ভিক্ষা খুজিছোঁ।

আপুনি আইতা দেউতাৰ কথা ৰাখক। তেওঁ-লোকৰ ওচৰত মোক আৰু বেচি অপৰাধী নকৰিব। তেওঁলোকৰ অভিশাপৰ বোজা মোৰ মূৰত তুলি নিদিব……নিদিব।

[ সাৱিত্ৰীয়ে কন্দৰ্পৰ ভৰিত মূৰ থৈ হুকহুকাই কান্দে। নিৰ্বাক কন্দৰ্প, চকু চল্চলিয়া হয়। আঁৰ কাপোৰ পৰে ]

## তৃতীয় দৃশ্য

[ চিৰাজউদ্দিন হাজৰিকাৰ ঘৰৰ আগচোতাল। চোতালত গাৱঁৰ ডেকা, গাভৰু, ল'ৰা-ছোৱালী, বুঢ়া-বুঢ়ী বহুতো বৈ থকা দেখা যায়। গাওঁখন অসমীয়া মুছলমান সম্প্ৰদায়ৰ। কোনো কোনোৱে চোতালত বহি মেল মাৰিছে। এজন বুঢ়াই লগৰ কেইজনক কয় ]

বুঢ়া—ৰাতি পুৱাবলৈ তেতিয়াও এপৰমান বাকী। বুজিছ চৌকট! মন্দিৰত দবা কাহ বজাই নাই। ফজৰৰ আজান পৰাই নাই। আই ঐ কোন আছ আহ বুলি আটাহ। পুৱাৰ চিলমিল টোপনিত কটা ততেই ধৰিব পৰা নাই। দৌতেই আটাহ পাৰিছে নে কন্ধয়েই চিঞৰিছে নে মানুহৰে আটাহ।

[ আটাউৰ ভিতৰৰ পৰা বেগাবেগিকৈ আহি চোতাললৈ চাই কয় ]

আটাউৰ—পাইছে, পাইছে হে'ৰ ছোৱালীজনীয়ে চেতনা পাইছে।

বুঢ়া—পাইছেনে? কিবা কথা-বতৰা কৈছে নে নাই?

আটাউৰ—নাই নাই। একো সোধা নাই এথোন।

বুঢ়া—ডাক্তৰবাবুৱে কি কৈছে?

আটাউৰ—বেমাৰ আজাৰ একো নাই বুলি কৈছে। কেনেবাকৈ চক্ খাই তেনে হৈছে বোলে।

বুঢ়া—হয় হয়। যোৱাৰাতি সেই ৰিঙিওৱা জনেই পালে।

[ ভিতৰৰ পৰা কথা পাতি পাতি ডাক্তৰ আৰু চিৰাজ ওলাই আহে ]

চিৰাজ—মইতো প্ৰথম ততেই ধৰিব পৰা নাই, ছোৱালীজনী মৰা নে জীয়া। পিচে সেই নাকৰ ওচৰলৈ হাত নিহে ধৰিব পাৰিলোঁ, উশাহ নিশাহ পৰিছে।

ডাক্তৰ—যোৱা ৰাতি বৰষুণত ছোৱালীজনী ক'ৰবাৰ পৰা আহিছে। ৰাতি বিজুলী ঢেৰেকণীওতো কম মৰা নাই। কেনেবাকৈ ভয় খাই অচেতন হল। ক'ৰ পৰা আহিছে, কি কথা ছোৱালীজনীৰ পৰা খবৰটো লওক।

চিৰাজ—কিবা দাৱাই পাতি............

ডাক্তৰ—নাই নাই একো খুওৱাব নালাগে। সম্পূৰ্ণ সুস্থ ছোৱালী। ভালকৈ ৰান্ধি বাঢ়ি ভাত খুৱাই দিয়ক।

চিৰাজ—[ জেপৰ পৰা পাঁচটকা উলিয়াই ডাক্তৰৰ ফালে আগবঢ়াই দি ] আপোনাৰ ইটো......

ডাক্তৰ—নাই নাই ফিজ মোক নালাগে। এইবিলাক কেচত ফিজ লয়নে? অচিনাকী ছোৱালীজনীৰ

প্ৰতি আপোনালোকৰ যিকণ কৰ্ত্তব্য আছে, মোৰো আছে।

চিৰাজ—[ হাঁহি ] মোৰ কৰলৈ বাট নাই। খোদাই আপোনাৰ মঙ্গল কৰক।

ডাক্তৰ—ভাল—মই আহিলোঁ।

[ সকলোৱে ডাক্তৰক আদাব জনায়। ডাক্তৰৰ প্ৰস্থান ]

বুঢ়া—পিছে চিৰাজ, ঘটনাটো কি হৈছিল অ' ?

চিৰাজ—এ ঘটনা ডাঙৰেই পেহা। পুৰাব সেই ফজেৰৰ আজানৰ ভাৰটো মোৰ ওপৰতে দিছা। আজিও দোক্‌মোকালিতে মছ্‌জিদলৈ গৈছিলোঁ। মছ্‌-জিদৰ ওচৰৰ বাকৰিত দূৰৰ পৰা দেখো, মানুহৰ নিচিনা কিবা এটা পৰি আছে, বেগাবেগিকৈ ওচৰলৈ গৈ দেখো এজনী ছোৱালী। মোৰ বুকুখন চাট্‌কৰে গল। হে আল্লা! মৰাই নে জীয়াই এতিয়া? নাকৰ ওচৰলৈ হাত নি চাও উশাহ নিশাহ পৰিছে। কেটামান ৰিঙিয়াৰিলোঁ, কোনো নাই। কি কৰিম আৰু, নিজে থৰক বৰককৈ ডাঙি আনি ঘৰ পোৱালো। ফাটেমাক জগাই ছোৱালীজনীক সেকিবলৈ লগাই দি,

ভাইজানক মছ্জিদত আজান দিবলৈ কৈ, বাহিৰে বাহিৰে ডাক্তৰৰ ঘৰলৈ লৰ দিলোঁ।

বুঢ়া—অ' তেনেহলে ৰাতি তয়েই ৰিঙিয়াইছিলি ?

চিৰাজ—অ পেহা ময়েই। মই সেই ভিতৰৰ পৰা পাক এটা মাৰি আহোচোন।

[ চিৰাজ বেগাবেগিকৈ ভিতৰলৈ যায়। চোতালৰ মানুহ ফিহাফিহি যায়গৈ। মাত্র চিৰাজৰ সমনীয়া তিনি চাৰি জন থাকে ]

বুঢ়া—[ হাঁহি ] হেঃ হেঃ হেঃ মই আকৌ কিবা বুলিহে ভাবিছিলোঁ। পিচে সেই চিৰাজেহে চিঞৰিছিল। হাঃ হাঃ হাঃ পিচে আটাউৰ যাব নে থাক ?

আটাউৰ—মই অলপ থাকিম কাই।

[ চিৰাজ বেগাবেগিকৈ ওলাই আহি, হাঁহি মুখেৰে ফুচ্ফুচায় কয় ]

চিৰাজ—গা ধুইছে—গা ধুইছে।

বুঢ়া—কোনে ?

চিৰাজ—ছোৱালীজনীয়ে। ইচ্ আজি মই বৰ ভয় খালো দিয়া যেনেকৈহে কাঠচটাৰ দৰে মাতবোল নোহোৱাকৈ পৰি আছিল, মই বোলো ক'ত বাচিব।

[ এনেতে দুজন মানুহে দুখন ডাঙৰ থালত চাহৰ বাটি কিছুমান লৈ চোতাল পায়হি। কচমত নামৰ ডেকাজনে চোতালৰ কালে চায় কয় ]

কচমত—অ' মানুহ দেখোন নাই। গলগৈ।

চিৰাজ—[ চাহ আৰু চোতাললৈ চায় ] এহে হয়কি নহয় গলগৈ দেখোন। [ বাহিৰৰ ফালে চাই চিঞৰি ] অ' চৌকত কাই, অ' ৰহিম। এহ্ এহ্ গলগৈয়ে এইমথা। চেহ্ ময়ো কথাষাৰ কৰলৈ নহল নহয়। পানী ছুনি এটোপা নাথায়, ৰাতিপুৱাই ল'ৰা-ছোৱালী মথা আহিছে, মই বোলো পানী অকন তপতাই চাহ অকন অকনকে মানুহ-খিনিক দেগৈ। [ চাহ অনা মানুহ ছুজন ইতিমধ্যে, চোতালত থকা কেইজনক চাহ দিয়ে ] এতিয়া চাহ পানীবিলাক কি কৰিবি ? নহলে ওচৰৰ কেইঘৰ মানতে দি থৈ আহগৈ অ' কচমত।

আটাউৰ—থৈ দিয়াহে ভাইজান। তোমাৰো আৰু কথা। চাহ পানীনো মানুহৰ ঘৰে ঘৰে বিলাই ফুৰেনে।

চিৰাজ—[ ভাবি ] এৰা, এৰা থাওক দে থাওক। যিথিনি পাৰা বেচি বেচিকৈ খোৱা ভাইজান।

[ এবাটি চাহ লয় আৰু চোতালৰ চাৰিওফালে চাই ]

হেৰ কচমত ! ৰহিবলৈ ইয়াত দেখোন একোৱেই নাই। এহ্ সেই মুঢ়া কেইটামানকে লৈ আহ।

মানুহ বহিবলৈ ঢাৰী দুখনমানকে পাৰি দিব পাৰ। মই ইফালে মানুহটো ফজিৰৰ পৰা টাকুৰী ঘূৰাদি ঘূৰি ফুৰিছোঁ, এইবিলাক ভাবিম ক'ত !

[ কচমতে মূঢ়া আনিবলৈ ভিতৰলৈ লৰ মাৰে ]

আটাউৰ—ৰবাচোন ৰবা ভাইজান ! ৰাইজকতো দাৱত কৰিবলৈ ইয়ালৈ মতা নাই নহয় যে, ঢাৰী পাৰি বহুৱাবা, চাহ নাস্তা খুওৱাবা।

[ কচমতে সৰু সৰু চাৰিটামান মূঢ়া আনি চোতালত পাৰি দিয়ে। সকলোৱে বহে। কচমত আৰু আনজনে চাহৰ বাটি আদি লৈ প্ৰস্থান ]

চিৰাজ—এহ্ তথাপিওতো মানুহ ঘৰলৈ আহিলে এটা সোধ পোছ আছে।

বুঢ়া—সেইবিলাক এলাগতীয়াল কথা বাদ দে। পিচে চিৰাজ, ছোৱালীজনীৰ এতিয়া কি কৰ।

এজন গঞা—এৰা, এৰা, ক'ৰ ছোৱালী কি কথা সোধপোচ কৰা। হিন্দু নে মুছলমান কথাটোৰ উমান লব লাগে।

বুঢ়া—লাগে লাগে।

চিৰাজ—এ কথাটো পাহৰিয়ে আছোঁ। ছোৱালীজনী বোধেৰে হিন্দু, বুইছা ভাইজান! কপালত

অকমান ৰঙা দাগ এটা আছে। সেন্দুৰৰ হ'বলা।

বুঢ়া—তেন্তে আমাৰ মধুপুৰ গাঁৱলৈ পঠাই দে। তাতে তেওঁলোক ৰাইজে ছোৱালীজনীৰ কিবা এটা কৰক।

চিৰাজ—এৰা, ছোৱালীটিক গৰু-গাড়ী এখনত লৈ মই নিজে যাওঁ। নৰেন মণ্ডলৰ তাতে থৈ, কিবা এটা কৰিব লাগিব। [ ভিতৰলৈ চাই ] অ' কুস্মত, কুস্মত ! [ কুস্মত ওলাই আহে ]

কুস্মত—কি হ'ল ?

চিৰাজ—ফাতেমাক ইয়ালৈকে পেহাহঁতে মাতিছে বুলি কছোন।

এজন গঞা—[ বহাৰ পৰা উঠি ] মই যাওঁ চিৰাজ ! তুমি তাকে কৰা। কিবা অলপ কল কুহিয়াৰ খুৱাই ছোৱালী-টিক মধুপুৰলৈ লৈ যোৱা। বাক আহিলোঁদেই।

চিৰাজ—বাক বাক।

[ গঞা দুজন যায় গৈ। ফাতেমা ভিতৰৰ পৰা চোতাললৈ ওলাই আহে ]

বুঢ়া—ছোৱালীটিক কিবা কথা-বতৰা সুধিছিলি নে ফাতেমা ?

ফাতেমা—কথা ডাঙৰেই পেহা। বিয়া দিব খুজিছিল। পিচে বিয়াৰ আগদিনাই পলাই আহিছে।

বুঢ়া—ঘৰ ক'ত ?

ফাতেমা—ঘৰৰ কথা নকয়। মাকৰ বাহিৰে বোলে ঘৰত কোনো নাই। জোৰকৈ এজনক বিয়া দিব খুজিছিল। পলাই আহিছে।

আটাউৰ—বুজিছো বুজিছো ! কোনোবা বাৰী দুখুনীৰ ছোৱালী হবলা। মাকক টকা কড়ি খুৱাই কোনোবা বুঢ়া দৰায় বিয়া কৰিব খুজিছিল। ছোৱালীৰ মত নাই। বিয়াৰ আগ নিশাই পলাল। কথা সেই ফেৰাই হেঃ হেঃ......

বুঢ়া—[ হাঁহি ] হেঃ হেঃ সিফালে ঘৰত গম পাই কোনোবা আহি লৈ যাব বুলি ঘৰৰ কথা নকয়। হেৰ' নাম সুধিছিলি নে নাই ?

ফাতেমা—নাম বোলে সাৱিত্ৰী।

চিৰাজ—মই ছোৱালীটিক মধুপুৰলৈ লৈ যাও, বুজিছ ফাতেমা, হিন্দুৰ ছোৱালী........তাত নবেন মণ্ডলৰ ঘৰতে ভাত পানী খুৱাই কিবা এটা ছোৱালীজনীৰ দিহা কৰি থৈ আহিব লাগিল।

ফাতেমা—ভাত ইয়াতে ৰান্ধিছেঁ। নহয়। মোৰ হাতে খাম বুলি কৈছে।

চিৰাজ—খাম বুলিলেই খুৱাবি জানো। কথাটো বেয়া হয় নে কি ?

বুঢ়া—এবা এবা মধুপুৰত তেওঁলোকে শুনিলেবা কি কয়।

আটাউৰ—এহ্ যিহকে কয় লাগে। আজিকালি সেই-বিলাক আমাৰ গাৱঁতহে আছে। চহৰত কাহা-নিবাই উঠিল। ছোৱালীজনীয়ে নিজে খাম বুলি কৈছে যেতিয়া, ত্নপৰীয়া এতিয়া তাইক লঘোনে লৈ যাবানে ?

ফাতেমা—মই আমাৰ তাত খাওতে জাত যোৱাৰ কথা কওতে কি ক'লে জান দাদা ?

চিৰাজ—কি ?

ফাতেমা—জাতি বিজাতি মানুহে গঢ়া, ঈশ্বৰে গঢ়া নহয়। মানুহে মানুহৰ হাতে খালে যি জাত যায়, তেনে চন্‌কা জাত যোৱাই ভাল।

আটাউৰ—বুজিছা ভাইজান! জক্কল কোনোবা ভাল ঘৰৰ লেখা পঢ়া জনা ছোৱালী। কিবা কপালৰ ফেৰত এই লেখীয়া হৈছে।

চিৰাজ—ছোৱালীজনী দেখিয়েই মোৰ বেজীয়ালৈ মনত পৰিছিল পেহা। মোৰ ছোৱালীজনীৰ লগত

তাইৰ মুখৰ ঠগ্‌টো এনে মিল। জীয়াই থাকিলে আজি তাই ইমানজনীয়ে হলহেতেন।

আটাউৰ—আই অ' ফাতেমা। তই যা, ভাতপানী কেইটা-মান খুৱাই ছোৱালীজনীক উলিয়ায় পঠিয়ায় দেগৈ।

[ ফাতেমা ভিতৰলৈ যায়। মুঢ়াৰ পৰা উঠি আটাউৰে কয় ]

আটাউৰ—আমিও আৰু উঠো ভাইজান! মইও মছজিদত আজান দি বাহিৰে বাহিৰে তোমাৰ এইখিনি পাইছোঁ।

চিৰাজ—ছোৱালীজনীৰ গাতো সেই এসাজ কাপোৰ হে। লগত এখন গামোছাত বন্ধা এখন ফটোৰ বাহিৰে একো নাই। গোলাৰ পৰা কাপোৰ এসাজো কিনি আনি দিওঁ নহয় পেহা?

বুঢ়া—এৰা দে দে বোপাই। ধৰম হব। নিঠৰুৱা অৱস্থাত যেতিয়া খোদাই তোৰ চকুতেই পেলালে, কোনোৱা জনমত তাই কিজানি তোৰ নিজৰে ছোৱালী আছিল—হে'ৰ।

আটাউৰ—ইয়াৰ ভিতৰতে কিবা কৰিবৰ হলে খবৰ দিবা ভাইজান! গাড়ীখন আছেই নহয়?

চিৰাজ—অ' অ' আছে।

আটাউৰ—বাৰু আহিলো দেই ভাইজান !

চিৰাজ—বাৰু ।

[ বুঢ়া আৰু আটাউৰৰ প্ৰস্থান । চিৰাজে ভিতৰলৈ যাব খুজি ওচৰতে কুকুৰা চৰাইৰ মাত শুনি সেইফালে চাই হাত তাড়ি "চু চু" কৈ খেদায় । কচমতক মাতে ]

চিৰাজ—কচমত ! অ' কচমত ! [ কচমতৰ প্ৰবেশ । চিৰাজে চেপা মাতেৰে কয় ]

কুকুৰাবিলাক আতৰকৈ খেদায় দে । ভিতৰত সেই হিন্দুৰ ছোৱালীজনী আছে নহয় । দেখাপালে কিজানি বেয়াই পাই । যা যা ।

[ কচমত যায়, ফাতেমা সোমাই আহে ]

ফাতেমা—দাদা !

চিৰাজ—কি হল ?

ফাতেমা—ছোৱালীজনী বোলে মধুপুৰলৈ নেযায় ?

চিৰাজ—কিয় ?

ফাতেমা—নিজৰ দুখৰ কথা বোলে মোকেই কলে । সেই বিলাক আৰু আন গাৱত বৰ্ণাই ফুৰিবলৈ নেযায় । আমি আশ্ৰয় নিদিলে বোলে দিখৌ নদীয়ে আশ্ৰয় দিব ।

চিৰাজ—অ' কথা দেখোন বৰ গহীনেই হ'ল ফাতেমা।

[ বেগাবেগিকৈ আগুৱাই গৈ, আটাউৰহত ষোৱাৰ কালে হাত বাউল দি বিড়িয়াই মাতে। অ' ভাইজান! হেৰা ভাইজান! শুনা শুনা। নেযায় বোলে... . ...নেযায়। আহাচোন আহা। তই কথাখিনি ভাইজানহতক কবি। য'তে মৰে মৰক গৈ বুলিতো ছোৱালী জনীক ঘৰৰ পৰা উলিয়ায় দিব নোৱাৰি।

[ বুঢ়াই আটাউৰৰ লগত ভিতৰৰ পৰা কৈ কৈ সোমাই আহে ]

আটাউৰ—কি হ'লহে ভাইজান! কি নেযায়?

চিৰাজ—ছোৱালীজনী নেযায় বোলে। ফাতেমাই কব শুনা, কছোন ক' ফাতেমা।

ফাতেমা—ছোৱালীজনী বোলে মধুপুৰলৈ নেযায়। আমি আশ্ৰয় নিদিলে বোলে দিখৌ নৈতে আশ্ৰয় লব।

চিৰাজ—এহ্ আগৰ কথাখিনিও ক। যি দুখৰ কথা তাইৰ আছিল, তাক বোলে ফাতেমাৰ আগতেই কলে। আকৌ সেইবিলাক কথা গাৱঁৰ ঘৰে ঘৰে দোহাৰি ফুৰিবলৈ বোলে নেযায়। হয়নে নহয় অ' ফাতেমা?

ফাতেমা—হয় দাদা।

চিৰাজ—আমি আশ্ৰয় নিদিলে বোলে তাইক দিখৌ নৈয়ে আশ্ৰয় দিব। এতিয়াতো কথাবিলাক বৰ লেতিপেতি হ'ল পেহা। ছোৱালীজনী ক'ৰবাত অপঘাত হৈ মৰিলেতো মোকো পাপে চুব। আৰু ময়েইবা তাইক আশ্ৰয় নিদিও বুলি কও কোন সতে।

বুঢ়া—তোৰ তাত ৰাখিলে পিচত সেই পুলিচৰ লেঠাপেঠাত পৰ যদি ?

চিৰাজ—[ ভাবি ] পুলিচৰ লেঠা.........এৰা এৰা সিওতো ............[ হঠাৎ মনলৈ সাহ অনাৰ দৰে ] এহ্ থৈ দিয়াহে ! পুলিচে কি লেঠাত পেলাব। বাটত মুচ্‌কছ-গৈ এধা মৰা হৈ পৰি আছিল, মই ঘৰলৈ ডাঙি আনিছোঁ। ! ডাক্তৰ সাক্ষী, গাৱৰ ৰাইজ সাক্ষী। ডাক্তৰক সোধা, গাৱৰ ৰাইজক সোধা, ছোৱালীজনীক সোধা মই মানুহটোৱে মিছা মাতিছোঁ। নে নাই।

বুঢ়া—হয় হয়। সেইতোও হয়। পিচে সেই হিন্দুৰ ছোৱালী...... ।

চিৰাজ—এহ্ মোৰ কিহৰ গৰজ পৰিছে হিন্দু-অহিন্দুৰ বিচাৰ কৰিবলৈ হে। মানুহে মানুহৰ ঘৰত আশ্ৰয়

বিচাৰিছে,……মই আশ্ৰয় নিদিলে অমানুহ নহমনেহে ? মানুহজনীক আশ্ৰয় নিদিলে মই খোদাৰ ওচৰত কি কৈফিয়ত দিম তাকে কোৱা। মানুহৰ ওচৰত যি কৈফিয়ত দিম তাৰ কাৰণে মই পৰোৱাই নকৰো।

আটাউৰ—বাৰু বাৰু এতিয়া সেইবিলাক কথা থোৱা। আবেলিকৈ আহি কিবা এটা মীমাংসা কৰিম। নহয় কাই ?

বুঢ়া—অ' অ' সেইটোৱে কৰ। ভাতপানী খাই ছোৱালী-জনীক অলপ শুৱলৈ দে। আবেলিলৈ কিবা এটা কৰা যাব। আটাউৰ আহ।

আটাউৰ—আহিলোঁ ভাইজান ! সেই বিলাক চিন্তা এতিয়া এৰা। ভাতপানী খোৱা।

[ বুঢ়া আৰু আটাউৰৰ প্ৰস্থান ]

ফাতেমা—সকলোতকৈ ডাঙৰ কথাটোৱেই কোৱা নাই নহয় দাদা !

চিৰাজ—ডাঙৰ কথা ! কি কথা ?

ফাতেমা—সাৱিত্ৰীৰ গাত লেঠা।

চিৰাজ—[ আচৰিত হৈ ] হে।

ফাতেমা—এতিয়া চাৰি মাহ।

চিৰাজ—[ থিক বুজিব নোৱাৰাৰ দৰে] চাৰি মাহ……লেঠা
[ হঠাৎ যেন কথাটো বুজি পাই ] অ’ অ’ ইচ্ ইচ্ ইচ্ ! এইটোতো বৰ ডাঙৰ কথা হ’ল ফাতেমা। বৰ ডাঙৰ কথা……[ দৌৰিগৈ আটাউৰহতে যোৱাৰ ফালে হাত বাউল দি চিঞৰি মাতে ] হেৰা হেৰা……অ’ ভাইজান !

ফাতেমা—[ চিঞৰি ] দাদা !

চিৰাজ—[ফাতেমালৈ ঘূৰি চাই ] হে ।

ফাতেমা—[ দাবি দিয়াৰ দৰে ] এতিয়া সেইবিলাক তেওঁলোকক কব নালাগে। যাবলৈ দে ।

চিৰাজ—যাবলৈ কম ?

ফাতেমা—যাবলৈ ক ।

চিৰাজ—[ ভুনাই আটাউৰৰ ফালে চাই ] এ নালাগে, নালাগে যোৱা। যাবলৈ কৈছে। [ ফাতেমাৰ ওচৰলৈ আহি ] নাই নাই, কথাটো তই বৰ ঢিলাই দিছ যেন পাইছোঁ। ফাতেমা, বৰ ঢিলাই দিছ যেন পাইছোঁ। [ যেন কাৰোবাৰ লগত তৰ্ক কৰে ] সেইবিলাক কথা নহব। এতিয়াও আকাশত জোন বেলি ওলাইছে……ধৰম বুলি এটা বস্তু আছে। এজনী ছোৱালীক নষ্ট কৰি সি ৰেহাই

নেপাব নহয়। দেশত আইন আছে, চৰকাৰ আছে। তহত ভাত খাগৈ। মই এতিয়াই থানাৰ পৰা আহিম।

ফাতেমা—থানালৈ কিয় ?

চিৰাজ—পুলিচত গোচৰ দি মই তাক এতিয়াই ধৰাই আনিম। [ যাব খোজে ]

ফাতেমা—কাক ধৰাই আনিবি ?

চিৰাজ—যি সাৱিত্ৰীৰ এনে অৱস্থা কৰিলে।

[ চিৰাজ যায় ]

ফাতেমা—দাদা !

চিৰাজ—[ ঘূৰি ] দিলি পিচ ফালৰ পৰা মাতি।

ফাতেমা—কাক তই পুলিচৰ হতুৱাই ধৰাবলৈ গৈছ ? তই জানো জান, কি তাৰ নাম, ক'ত তাৰ ঘৰ ?

চিৰাজ—[ ক্ষন্তেক ভেবা লাগি ] এৰা এৰা তাকেতো......ৰাতি পুৱাৰ পৰা [ মূৰত হাত দি ] এইখন ভাবি চিন্তি মূৰ গৰম হৈ গৈছে। [ মূঢ়া এটাত বহি ] মাতচোন মাত, ছোৱালীজনীক ইয়ালৈকে মাত। ক'ৰ মানুহ কি কথা উমান লও।

ফাতেমা—কিন্তু মানুহজনৰ নাম তাই নকয় দাদা !

চিৰাজ—[ আচৰিত হৈ ] নকয় ?

ফাতেমা—ওহো নকয়। কৈছে বোলে, যদি কিবা পাপ হৈছে মোৰহে হৈছে, তেখেতৰ হোৱা নাই। বিয়া কৰিবলৈ বোলে মানুহজন মান্তি হৈছিল পিচে সাৱিত্ৰীহে নহল।

চিৰাজ—এইটো কি ধৰণৰ কথা হো।

[ সাৱিত্ৰী ওলাই আহি ফাতেমাৰ মাতে ]

সাবিত্ৰী—পেহীদেউ !

চিৰাজ—[ সাবিত্ৰীলৈ চায় ] অ' অ' এতিয়া গাটো কেনে পাইছা আই ভাল পাইছা ! নহয় ?

সাৱিত্ৰী—পাইছোঁ।

চিৰাজ—এৰা···এৰা··· ফাতেমাই মোক কলে···কথা বিলাক কলে······। হওতে তুমি ইয়াত থাকিব খুজিলে মই না কৰিব নোৱাৰো। আমাৰ ঘৰটো সেই উদঙেই আই! ভাই-ভনী দুটাই। হওতে আছিল, আছিল......তিৰোতাও আছিল, ছোৱালী অকমানো খোদাই দিছিল। পিচে নেথাকিল। আজি চৈধ্য বছৰৰ আগত হাইজা লাগি গোটেই গাওখনৰে আধাখিনি মানুহ উদং হল। [ ফাতেমালৈ আঙুলিয়াই ] এইকো গাৱতে উলিয়াই দিছিলো। আগদিনা তাইৰ গিৰীয়েকক নিলে, পিচদিনা

অগা পিছাকৈ মোৰ ছোৱালীটিক মাকক। গোটেই গাওঁৰ ৰাইজে……তায়ো শপথ দি ধৰিছিল দাদা, তই বিয়া নকৰিলে মোৰ মূৰকে খাব। মই বোলো হে'ৰ তই মোৰ সৰু ভনী। তই আগে বিয়া কৰা, নহলে তই মোৰ মূৰ খাব……হেঃ হেঃ। পিচে সেই দুয়োটাই আজি চৈধ্য বছৰে বিয়াৰ হে মূৰ খালো। বিয়া আৰু নহল হেঃ হে ঃ…।

ফাতেমা—দাদা! এতিয়া সেইবিলাক বলকি থাকিবিনে।

চিৰাজ—এৰা এৰা আচল কথাটো……দিছিল, দিছিল আই, খোদাইও সা-সম্পত্তি যথেষ্ট দিছিল। পিচে এই জন্মত জ্ঞান বিশ্বাসত নহলেও পূৰ্ব্ব-জন্মত জৰুল কিবা গুণাহ কৰিছিলো আই। নহলেনো এনে সন্তাপ পাওনে। সা-সম্পত্তি মাটী-বাৰীলৈ আৰু বিতৃষ্ণা উপজিল আই। গাৱৰ সেই ইংৰাজী স্কুল, ডাক্তৰখানাৰ মাটি সোপা মোৰেই আছিল। ৰাইজক দি দিছো। মধুপুৰতো তিনিপুৰা দুকঠা বাৰ লেচা…… বাৰ লেচা নহয়নে অ' ফাতেমা?

ফাতেমা—[ বিৰক্তিৰে ] জানো কব নোৱাৰো। এতিয়া সেই…

চিৰাজ—হয় হয়। এক দাগৰ মাটি। তিনিপুৰা ডুকঠা বাৰ লেচা। আজি সেই এমাহৰ কথা। মধুপুৰৰ মুখীয়াল মানুহখিনিহে ধৰিলেহি— চিৰাজকাই! গাৱৰ মাটিখিনি আমাক দিয়া। আমি নাম ঘৰ এটা, আৰু শঙ্কৰদেৱৰ মন্দিৰ কৰিব খুজিছো। ধৰ্ম্মকামলৈ খুজিছে এতিয়া কেনেকৈ নিদি পাৰো। পৰহি দিনা মাটিখিনি ৰেজিষ্টাৰ কৰি ৰাইজক দিলো। সিফালে যি আকৌ নগদ টকা আছিল তাকো সেই……

ফাতেমা—দাদা! এতিয়া বেলি ভাটি দিব। তোমাৰ কথাবিলাক মই দাদাক কলো সাবিত্ৰী! আন কথা নকলেও তুমি মানুহ জনৰ কথা লুকুৱাই ৰাখিব নোৱাৰা। যি সন্তান তুমি ধাৰণ কৰিছা, সি ডাঙৰ হৈ যেতিয়া বাপেকৰ কথা সুধিব, তুমি তাক কি উত্তৰ দিবা ?

চিৰাজ—হয় হয় তই আচল কথাতে ধৰিছ ফাতেমা। তুমিতো তাক বাপেকৰ পৰিচয় দিব লাগিব আই!

সাবিত্ৰী—তেওঁ মোক বিয়া কৰিবলৈ মান্তি হৈছিল…… মোক অনুৰোধ কৰিছিল। তেওঁৰ গাত-অকনো দোষ নাই, দোষ কৰিছে। মই।

চিৰাজ—যোনে দোষ কৰক……তুমিয়ে কৰা বা তেৱেঁই কৰক কিন্তু, তোমাৰ পেটৰ পোৱালীয়েতো একো দোষ কৰা নাই আই! কি দোষত সি সমাজত ভবিষ্যতে লঘু লাঞ্ছনা ভুগিব। সমাজৰ চকুত তাৰ নাম কি হব জানা আই। তাৰ নাম হব……

সাবিত্ৰী—[ প্ৰায় চিঞৰি ] পিতা! [ চকুত আচল দিয়ে ]

চিৰাজ—[ তন্ময় হোৱাৰ দৰে নিজে নিজক কয় ] পিতা…পিতা… আব্বাজান…আব্বাজান…

ফাতেমা—[ আচৰিত হৈ ] দাদা!

চিৰাজ—[ ফাতেমাৰ মুখলৈ চাই ] হে'।

ফাতেমা—[ চিৰাজৰ গাত ধৰি ] কি হ'ল দাদা?

চিৰাজ—[ ক্ষন্তেক সাবিত্ৰীৰ মুখলৈ ৰ' লাগি চাই ] তাই উভটি অহা নাইতো ফাতেমা…… তাই উভটি অহা নাইতো?

ফাতেমা—কোন দাদা?

[ সাবিত্ৰী আৰু ফাতেমাই আচৰিত হৈ চিৰাজলৈ চাই ]

চিৰাজ—তই খিয়াল কৰিছনে ফাতেমা। [ সাবিত্ৰীৰ কাষলৈ গৈ ] এই মুখ, এই চকু, এই নাক আনকি চকুৰ ওচৰৰ এই তিলটো দেখিছনে ফাতেমা? ইমান মিল……মোৰ ভুল হোৱা নাইতো। চাচোন

চা ফাতেমা, বেজীয়া মৰি সাৱিত্ৰী হৈ অহা নাইতো ?

ফাতেমা—[ প্ৰায় চিঞৰি ] দাদা।

সাৱিত্ৰী—[ আচৰিত হৈ ফাতেমালৈ চাই ] পেহিদেউ ! [ চিৰাজলৈ চাই ] কি হ'ল পিতা ?

চিৰাজ—[ মিনতিৰ সুৰত ] পিতা নহয়……পিতা নহয় সাৱিত্ৰী ……তই এবাৰ মোক বেজীয়াৰ দৰে মাত…… এবাৰ আব্বাজান বুলি মাত……মাত্ৰ এবাৰ।

সাৱিত্ৰী—আব্বাজান ! [ চিৰাজৰ গাত ধৰি ] আব্বাজান !

চিৰাজ—আজি চৈধ্য বছৰ……চৈধ্য বছৰ সপোনত এই মাত শুনো ফাতেমা ! সাৰ পাই মনে মনে কান্দো। হয়তোবা তই শুন……হয়তোবা তই সাৰ পাৱ। দুটা দুৰ্ভগীয়া ককায়েক ভনীয়েকৰ বুকতো একেই জুই।

ফাতেমা—[ চকুত আচল দি কান্দি ] দাদা !

চিৰাজ—অভিমানত কেতিয়াবা খোদাৰ ওপৰত অভিযোগ আনো ফাতেমা। নাই নাই আৰু তোমাৰ প্ৰতি মোৰ কোনো অভিযোগ নাই খোদা ! মুছলমানী বেজীয়াক নি হিন্দু সাৱিত্ৰী ৰূপেৰে মোৰ বুকুলৈ ওভটাই পঠিয়াইছা। [ চিৰাজে

সাবিত্ৰীৰ মূৰত হাত থয়। সাবিত্ৰীয়ে চিৰাজক সেৱা কৰে। চিৰাজে তন্ময় হৈ কৈ যায়] নাই নাই ······ আৰু তোমাৰ প্ৰতি মোৰ কোনো অভিযোগ নাই খোদা !······ কোনো অভিযোগ নাই।

আঁৰ কাপোৰ পৰে

---

# দ্বিতীয় অংক

## ১ম দৃশ্য

[ আট বছৰ পিচত বৰুৱাৰ ড্ৰইং ৰুম। ড্ৰইং ৰুমত থকা দুই এপদ বস্তুৰ সাল সলনি হয়। ড্ৰইং ৰুমৰ পূৰ্ব্বৰ পৰিপাটি ৰূপ নাই। আঁৰ-কাপোৰ উঠাৰ কেই মুহূৰ্ত্তমান আগৰপৰা দলিয়াই দিয়া দুই এপদ বাচনৰ শব্দ আৰু বৰুৱাই চিঞৰী কোৱা শুনা যাব। আঁৰ কাপোৰ আঁতৰ হোৱাত মঞ্চত হাতত এখন আলোচনী লৈ দেউতাকে ভিতৰৰ পৰা কোৱা কথা বিলাক একনপতীয়াকৈ শুনি থকা অৱস্থাত কন্দৰ্পক দেখা যাব। পূৰ্ব্বৰ পৰিপাটি, বৰ্ত্তমান কন্দৰ্পৰ নাই। মুখত আগ দিনাৰে পৰা দাড়ি সুখুৰুৱাৰ প্ৰমাণ। চেহেৰাৰ সামান্য পৰিবৰ্ত্তন। ]

বৰুৱা ( নেপথ্যত )—[ এটা বাচন পেলাই দিয়াৰ শব্দ ] মই যেতিয়া নাখাওঁ বুলি কওঁ এই বিলাক [ এটা গিলাচ দলিয়াই পেলাই দিয়াৰ শব্দ ] কিয় মোৰ ওচৰলৈ আন। [ এখন কাহৰ থাল পেলাই দিয়াৰ শব্দ ] লৈ যা এই বিলাক ইয়াৰ পৰা...... লৈ যা......[এখন ট্ৰে পেলাই দিয়াৰ শব্দ ] তহঁতে মোক কেচুৱা পাইছ নহয়, ননচেন্স সব। হাণ্টাৰ দি পিটি ঘৰৰ বাহিৰ কৰিম। দৰদ দেখুৱাবলৈ আহিছে স্তুপিদ।

[ নাক আৰু চকু মোহাৰী আঘোণা লাহে লাহে ড্ৰইং ৰুমলৈ সোমাই আহে। আঘোণা বহুখিনি বুঢ়া হৈছে। কন্দৰ্প আঘোণাৰ কাষলৈ গৈ চেপা মাতেৰে সোধে ]

কন্দৰ্প—কি হ'ল আঘোণা কাই। [ আঘোণা নিমাত, কন্দৰ্পই আঘোণাৰ বাউসীত ধৰি জোকাৰি ] কি হৈছে নকৱ কিয় ? [ আঘোণাই কন্দৰ্পৰ হাতৰ পৰা জোকাৰ মাৰি আতৰি গৈ খঙেৰে কন্দৰ্পৰ ফালে চাই, নিজৰ মূৰত কেইবাৰ মান আঙুলিৰে টুকুৰীয়াই, শূন্যত কেইটামান আঙুলিৰে শূন্য আকি কয় ]

আঘোণা—বুজিলি ?

কন্দৰ্প—কি ?

আঘোণা—[ নিজৰ মূৰত টুকুৰিয়াই খঙেৰে ] এইখন ঘৰৰ মানুহৰ মূৰ বিলাক [ আঙুলিৰে মূৰৰ ওপৰত শূন্য আকি ] চকৰি হৈছে। নেৰায়ণৰ সুদৰ্শন চকৰিৰ দৰে ভো......ভোঁ। এই চক্ৰবেহুত পৰি কেতিয়া কাৰ মূৰ চকৰিৰ কোবত চিটিকি পৰে তাৰহে তায়েন নাই। ফাটেকলৈ নগলেও কপালত পগলাফাটেক ধুৰুপ।

কন্দৰ্প—ইমান অশান্তি হৈছে ঘৰখনত ?

আঘোণা—[ ভেঙুচালি কৰি ] ইমান অশান্তি হৈছে ঘৰখনত।

পিচে কোনে এই অশান্তি ঘৰখনলৈ আনিছে মোৰ সোণ ? তোমাক ঘাই পাতিয়েই ঘৰখনত এইখন ঠান্-ঠুং, ধুপ-ধাপৰ লীলা-খেলা হোৱা নাইনে ? ঘৰত শনি সোমাইছে ঘৰতো নাথাকেই ……বাগিছাও যাব। মই কাণত ধৰি কৈছোঁ, [কাণত ধৰি কন্দৰ্পৰ ফালে আঙুলি জোকাৰি] দেখি থাকিবি। মাৰতো আৰু বেছিদিন নেবাচেই। যি দিন ধৰি মাৰ মৰিব ফিৰকা দিনত এই ঘৰত বাবাজীৰ বসতি হব। [কোবেৰে উচাত মাৰি আঘোণা ড্ৰইং ৰুমৰ বাহিৰ দুৱাৰেদি ওলাই গৈ, দ্বিতীয় ড্ৰইং ৰুমলৈ গো গোৱাই সোমাই আহি কয়।] কিহৰ গৰজ পৰিছে অ'……কিহৰ গৰজ পৰিছে বকৱা চাহাবৰ বাগিচা ৰাখিবলৈ……বঙলা ৰাখিবলৈ। হেৰ' এটা ল'ৰা……আগলৈকো নাই পাছ লৈকো নাই, সিয়েই যদি বিয়া নকৰায়……যদি বংশই নিবংশ হয়, কাৰ আশাত বুঢ়াই এই সোপা ৰাখি থৈ যাব। [ইতিকিঙেৰে। অ' তেওঁৰ ডাং বৰুৱা লৰাই পঠা মাৰি মঙহ মদ তাৰ লগৰ বিধ লৈ দগৰি খাই, ৰং ৰহইচ্ গাহান বেজনাৰে কাল কটাবলৈ নহয় ?

কন্দপ—[ খঙেৰে ] পগলাৰ দৰে এইবিলাক কি বকিছ, চুপ্ থাক।

আঘোণা—[ জলি উঠি ] কভি চুপ্ নাথাকো। কাহে থাকেগা [ ভেঙুচালি কৰি ] অহ হুঁ হুঁ চুপ থাক্ চুপ থাক্......বাপেকে কব চুপ থাক......মাকে কব চুপ থাক......পুতেকে কব চুপ থাক! যেন মোৰ জিভাখনো মোৰ পৈত্রিক সম্পত্তি নহয়। ভাত কাপোৰৰ লেখিয়া যেন সিহঁতেহে দিয়া।

কন্দৰ্প—তোৰ মাথা খাৰাপ হৈছে নেকি ?

আঘোণা—খবৰদাৰ। মাথাত নধৰিবি। তোৰ মাথাতকৈ মোৰ মাথা ঠিক আছে। আঠ বছৰ হ'ল, ক'ৰ ছোৱালী কলৈ পলাল তাৰ ঠিৱাং নাই, তাই উভটি অহাৰ আশাত আহিব আহিব কৈ চোপ লৈ আছ। বোলে এঘৰৰ পাটনাদ এঘৰৰ জৰি এঘৰে পানীতোলে হোৰোক্ হোৰোক্ কৰি। এতেদিনে তাইবা কাৰ ঘৰৰ পানী তুলিছেগৈ। এগোহালী ল'ৰা ছোৱালীলৈ এতেদিনে কাৰ ঘৰৰ বা ঘৰ জেউতি হৈছেগৈ।

কন্দৰ্প—[ হাত জোৰ কৰি ] তই এতিয়া ইয়াৰ পৰা যাবি, নে মই যাম ?

আঘোণা—মই যাম……মই যাম। তোৰ ঘৰৰ পৰা তই কিয় যাবি, মই যাম। যামতো যাম একেবাৰেই যাম। [কন্দাৰ সুৰত] বনৰ পশু পক্ষীকো বিধাতাই টোপ দিছে—মোক নিদিবনে? আজি আঢৈকুৰি বছৰ এই ঘৰত ৰৰ্ত্তিছো। নিজ চকুৰে এই ঘৰ উছন হোৱা দেখাৰ আগতে যাম।

[আঘোণা কোবেৰে ভিতৰলৈ গুছি যায়। কন্দৰ্প চাটিফুটিকৈ ড্ৰইং কমত ঘূৰি ফুৰে। কন্দৰ্পৰ সমনীয়া বিনয় ডাক্তৰ সোমাই আহি কন্দৰ্পলৈ চাই কয়।]

বিনয়—কি হল বৰুৱা? আপোনাক অলপ ……কোনো অসুখ হোৱা নাইতো?

কন্দৰ্প—[ক্ষীণ হাঁহি মাৰি] শাৰিৰীক অসুখ একো নাই।

বিনয়—তেন্তে মানসিক? [হাঁহি] সেইটোত ডাক্তৰ হেল্পলেচ্। পেহীদেউৰ কেনে?

কন্দৰ্প—একেই। এতিয়া ধৰি মেলি নিব লাগে। আগত-কৈয়ো দুৰ্ব্বল হৈ পৰিছে।

বিনয়—আৰু এবাৰ "ৰে" দিব পৰা হলে ভাল আছিল। কিন্তু, এনে দুৰ্ব্বল অৱস্থাত কলিকতালৈকো নিবলৈ কব নোৱাৰো।

কন্দৰ্প—কলিকতালৈ নিলেনো কি হব ডাক্তৰ। কেন্সাৰ

ৰোগৰ চিকিৎসাতো আপোনালোকৰ চিকিৎসা শাস্ত্ৰই এতিয়াও উলিয়াব পৰা নাই।

বিনয়—নাই, নাই একেবাৰে নোহোৱা নহয়। তবে বৰ্ত্তমান যি আছে সি নোহোৱাৰ দৰেই। বাট ইট ইজ চিওৰ, টি, বিৰ দৰে কেন্সাৰৰো ট্ৰিট-মেণ্ট অতি সোনকালে ওলাব।

কন্দৰ্প—ডাক্তৰ। [ ডাক্তৰ বিনয়ে কন্দৰ্পৰ মুখলৈ চাই ] সেই অতি সোনকালে ওলোৱাৰ দিনলৈ মা বাচি থাকিবনে ?

বিনয়—[ হাঁহি ] আপুনি দৈৱজ্ঞক প্ৰশ্ন কৰাৰ দৰে ডাক্তৰক প্ৰশ্ন কৰিছে বৰুৱা। দুৰ্দ্দান্ত ডাক্তৰৰ পক্ষেও আপোনাৰ প্ৰশ্নৰ উত্তৰ দিয়া অসম্ভৱ।

কন্দৰ্প—[ বিষাদৰ হাঁহি মাৰি ] কিন্তু দুৰ্দ্দান্ত ডাক্তৰৰ আৱশ্যক নাই। সঁচা কলে আপুনি নিজে মোৰ প্ৰশ্নৰ উত্তৰ দিব পাৰে। দুমাহৰ ওপৰ মা বাচি থাকিব বুলি আপুনি মোক এচুৰেৰেন্স দিব পাৰেনে ডাক্তৰ।

বিনয়—বাপৰে বাপ্ ! আপুনিতো সাংঘাটিক মানুহ বৰুৱা। বেমাৰীৰ বিষয়ে ডাক্তৰৰ এচুৰেৰেন্স

বিচাৰিছে। [হাঁহি] এহ্ আপোনাৰ কথা শুনিলে বেমাৰী এৰি ডাক্তৰ পলাই ফাট্ মাৰিব।

কন্দৰ্প—শুনক ডাক্তৰ। [পঞ্জাবী চোলাৰ জেপৰ পৰা চিগাৰেট কেচ্ উলিয়ায় এটা চিগাৰেট ডাক্তৰক দি আৰু এটা নিজে জ্বলায়] কলিকতাত বহু বছৰ আশুতোষ মুখাৰ্জী ৰোডত মই আছিলো। প্ৰায় সন্মুখতেই চিত্তৰঞ্জন কেন্সাৰ হচ্পিতাল। খিড়িকীৰে বাহিৰলৈ চাই থাকোতে বহু বেমাৰীৰ মুখ মোৰ মনত থাকিছিল। প্ৰথমে আহে ট্ৰামত বাচত...নিজে নিজে হস্পিতালৈ সোমায়। তাৰ কেমাহমানৰ পাচত টেক্সিত, ৰিক্সাত ... আনৰ সহায়ত হস্পিতালৈ সোমায়। [বিষাদৰ হাঁহি মাৰি] তাৰ পিচত আৰু একোতেই নাহে। কিয় নাহে ডাক্তৰ?

বিনয়—দেখক বৰুৱা। ইউ আৰ ইণ্টালিজেণ্ট। যিটো আপুনিও জানে, ময়ো জানো। সেই প্ৰশ্নটো মোক কৰি কিয় মোক অনাহকত ঠেকত পেলাইছে। বাট ইউ হেভ টেকন দি মেটাৰ, ভেৰি চিৰিয়াচলি। কেন্সাৰ হোৱাৰ পিচতো বিশ বছৰ জীয়াই থকাৰ বহুত কেচ মই জানো।

[বৰুৱা ওলাই আহে। পূৰ্ব্বৰ পৰিপাটি চাহাবী পোচাক নাই।

সাধাৰণ ধুতী পাঞ্জাবী। আঠ বছৰৰ ভিতৰত বৰুৱা যেন বহু বয়সীয়াল হৈ গৈছে। চুলি প্ৰায় বিলাক পকা। কন্দৰ্প আৰু ডাক্তৰে চিগাৰেত লুকুৱাই। বৰুৱাই বিনয় ডাক্তৰক দেখি কয় ]

বৰুৱা—অ’ বিনয় আহিছা ?

বিনয়—হয় পেহাদেউ।

বৰুৱা—বাৰু তোমাৰ বেমাৰী ভিতৰ বাৰান্দাতে বহি আছে যোৱা।

বিনয়—আপোনাৰ কেনেকুৱা পেহাদেউ ?

বৰুৱা—এহ্‌, মোৰ কথানো কি সোধা। প্ৰেছাৰৰ বেমাৰী ...এদিন ভাল এদিন বেয়া।

[ জামাদাৰ বাবু সোমাই আহি টেবিলত এটা ফাইল থয় ]

বিনয়—মই যে কেইদিনমানৰ আগতে প্ৰেচকিপচন এখন দিছিলো, মেডিচিনটো খাইছে জানো ?

বৰুৱা—নাইহে, অনাই হোৱা নাই। পাহৰিয়ে আছো।

বিনয়—মেডিচিনটো একেবাৰে লেটেষ্ট। ৰিজাণ্ট বৰ ভাল। এবাৰ আনি খাই চাওকচোন।

[ বিনয় ডাক্তৰ আৰু কন্দৰ্প ভিতৰলৈ যায় ]

জামাদাৰ—তেখেত চোহানমল বাবু আহিছে চাৰ। আপোনাক লগ পাবলৈ অফিচতে বহি আছে।

বৰুৱা—আজ পাত কোন কোন নম্বৰত তুলিছে ?

জামাদাৰ—ছয়, সাত আৰু এঘাৰ নম্বৰত চাৰ।

বৰুৱা—অ’!

জামাদাৰ—পিচ বেলাটো আজি ছুটি বিচাৰিছিলো চাৰ। নাতি ল’ৰাটোৰ অন্নপ্ৰাসন আছিল।

বৰুৱা—আপোনাৰ ল’ৰাৰ কেইটা ল’ৰা-ছোৱালী হ’ল।

জামাদাৰ—এইটোৰে সৈতে চাৰিটা চাৰ!

[আঘোণা কোবেৰে সোমাই আহে। আঘোণাৰ গাত গলাবন্ধ কলাকোট, ভৰিত বগা কেটচু আৰু পথৰা চিতৰা মোজা। কৰালত এখন ৰঙা আলোৱান মেৰিৱাই লোৱা]

আঘোণা—মোৰ হিচাব নিকাচ সকলো খালাচ কৰি দিয়া বৰ মইনা।

বৰুৱা—[ঘোপাকৈ চাই] কিহৰ হিচাব?

আঘোণা—আঢ়েকুৰি বছৰ গোলামীৰ হিচাব। গভৰ্ণমেণ্টৰ কাম কৰিলে আঢ়েকুৰি বছৰত মই ডবল পেনচিল পালোঁহেতেন।

বৰুৱা—[জামাদাৰলৈ চাই] বাৰু আপুনি যাওক। চোহানমল-বাবুক কব মই অফিচলৈ গৈছো।

[জামাদাৰৰ চালাম কৰি প্ৰস্থান]

বৰুৱা—[আঘোণালৈ চাই] তই কি ইয়াৰ পৰা যাব খুজিছ।

আঘোণা—ইয়াৰ পৰা নেযাবলৈ মোৰ মেথা খাৰাপ হোৱা

নাই নহয়। চৰাই চিৰকিতিৰো এখন সংসাৰ আছে……পা পোৰালী আছে……লেণ্ডেৰা, খোৰা, কনা কুজাৰো আছে। মই নিঘূণীয়া মানুহ এটাৰ এখন সংসাৰ নেথাকিব কিয় ?

বকৰা—শুনি বৰ সুখ পাইছো যে, ইমান দিনৰ পিচত তই এখন সংসাৰ পাতিব খুজিছ। পিচে তোৰ দৰে দাঁত সৰা, চুলি পকা, চকুৰে ভালকৈ মনিব নোৱাৰা নিঘূণীয়া ডেকাই এজনী নিঘূণীয়া ডেকেৰী পাবি জানো ?

আঘোণা—পাও নাপাও সেইটো মোৰ লেঠা। মোৰ চুলি, চকু, দাঁত মোৰ শৰীৰৰ সঙ্গ। শতৰু শালিলে মোক শালিছে। আনৰ তাত হাক বচন মাতিবৰ কি একুটিয়াৰ আছে ! মিছা কলে নিজৰ গাত চিকুটি চালেই গম পাব।

বকৰা—বাৰু বাৰু। পিচে কিমান টকা তোৰ সংসাৰ পাতিবলৈ লাগিব ?

আঘোণা—যি খিনি টকা এই আঢ়ৈকুৰি বছৰে হক পাওনা হয়। তোমাৰ বিচাৰ বুধিৰে তাকে দি মোক মানুহটোক খেলাচ কৰি দিয়া।

বকৰা—মাহে দহ টকা কৈ দিলে হব ?

আঘোণা—সেইটো মই কি জানো। হয় নহয় তুমি বিচাৰ কৰা।

বকৰা—মাহে দহ টকাকৈ আঢ়েকুৰি বছৰত কিমান হয়?

আঘোণা—সেইটো কব পাৰিলেতো [ চকীলৈ আঙুলিয়ায় ] সৌ চকীত বহি তোমাৰ লগত দাম দৰ কৰিলোঁহেতেন।

বকৰা—[ ভাবি ] আঢ়েকুৰি বছৰত ছয় হাজাৰ টকা হয়।

আঘোণা—ছ হেজাৰে কিমান কুৰি হবগৈ?

বকৰা—[ ভাবি ] তিনিশ কুৰি।

আঘোণা—এহ্ হেজাৰ শ সেইবিলাক এৰি কুৰিৰ কথা কোৱা। তিনিশ কুৰিয়ে কেই কুৰি?

বকৰা—পোন্ধৰ কুৰি।

[ বকৰাই জেপৰ পৰা এটা চাবি উলিয়াই দেৰাজ খুলি এখন হুণ্ডীৰ বহী উলিয়ায় ]

আঘোণা—[ ভাবি ] পোন্ধৰ কুৰি ...... পোন্ধৰ কুৰি ...... [ চিঞৰি ] অ' অ' এতিয়া তুমি মোক পোন্ধৰ কুৰি টকাহে দিবা। আজি আঢ়েকুৰি বছৰ তোমাৰ তাত গোলামী খাটিছো ··· পোন্ধৰ কুৰি টকাৰে ভাল বলধি গৰু এহালো নাপায় এতিয়া...

বকৰা—[ খঙেৰে ] চুপ্ থাক। চিঞৰ বাখৰ নকৰিবি।

তই যি টকা পাবি তাৰে তোৰ দৰে পোন্ধৰ হাল বলধ গৰু পাবি। [ হুণ্ডীলেখি টেবিলত পেলাই দি ] এইখন গোলালৈ লৈ যা। তাত যিমান কুৰি টকা দিয়ে লবি। যদি সেইখিনি কুৰিয়ে নাটে আকৌ আহিবি, আৰু দিম।

[ বকৰাৰ বাহিৰ দুৱাৰেদি প্ৰস্থান। আঘোণাই হুণ্ডীখন টেবিলৰ পৰা লৈ হিচাব কৰি কয় ]

আঘোণা—পোন্ধৰ কুৰিত এহাল বলধি গৰু হলে, পোন্ধৰ হাল বলধি গৰুত কেইকুৰি টকা হব।
[ দৰ্শকক মৌখিক ধৰাৰ দৰে ] যদি পোন্ধৰ কুৰিত এহাল বলধি গৰু কিনিব পাৰি.........

[ বিনয় ডাক্তৰ আৰু কন্দৰ্প সোমাই আহি আঘোণাক তেনে অৱস্থাত দেখে ]

বিনয়—[ হাঁহি ] কি হ'ল আঘোণাকাই? কিহৰ বলধি গৰুৰ হিচাব কৰিছা। অ' আজি দেখোন একেবাৰে ফিট্‌ফাট হৈ ওলাইছা। ক'ৰবালৈ যোৱা নেকি?

আঘোণা—[ গহীনাই ] এৰা যাও। [ হুণ্ডিখন বিনয়ক দি ] এই-খন চাই মোক কুৰিৰ এটা হিচাব বুজাই দিয়কচোন।

বিনয়—[ হুণ্ডিখন চাই ] আও বহুত টকা দেখোন। ছহাজাৰ টকা।

আঘোণা—হেজাৰ এবি কুৰিত ধৰক। এহাল বলধি গৰুৰ দাম যদি পোন্ধৰ কুৰি টকা হয়, তেন্তে তাত লিখা টকাৰে কেইহাল বলধি কিনিব পাৰিম ?

বিনয়—এহালত কিমান ?

আঘোণা—পোন্ধৰ কুৰি টকা······পোন্ধৰ কুৰি।

বিনয়—[ অলপ ভাবি ] ইয়াত লেখা টকাৰে তুমি কুৰি হাল বলধ গৰু কিনিব পাৰিবা।

আঘোণা—একুৰি হাল ?

বিনয়—অ' অ' একুৰি হাল।

আঘোণা—বাৰু দিয়ক।

[ বিনয়ৰ পৰা হুণ্ডীখন লৈ আঘোণা গপগপাই ভিতৰলৈ সোমাই যায় ]

বিনয়—কি হ'ল ? আঘোণাকায়ে বলধ গৰু কিনিবলৈ ওলাল দেখোন।

কন্দৰ্প—হুণ্ডীখন ছহাজাৰ টকাৰ হবলা।

বিনয়—অ' ছহাজাৰ টকাৰ।

কন্দৰ্প—টকাখিনি দেউতাই দিছে।

বিনয়—ইমান বিলাক টকা ?

কন্দৰ্প—আজি প্ৰায় পঞ্চাশ বছৰ সি আমাৰ তাত আছে।

বিনয়—[ আচৰিত হৈ ] পঞ্চাশ বছৰ ? তেন্তে আপোনা-লোকেতো তাৰ চাকৰীৰ সোণালী জয়ন্তী পাতিব লাগে ।

কন্দৰ্প—[ বেজাৰৰ হাঁহি মাৰি ] সোণালী জয়ন্তী পতা আৰু নহব । সি বোধকৰো আৰু ইয়াত নাথাকে ।

বিনয়—অ' সেয়েহে টকা কড়ি লৈ বলধ গৰু কিনাৰ কথা ভাবিছে ।

[ বকৰাণী সোমাই আহে । চেহেৰাৰ অদ্ভুত পৰিবৰ্ত্তন । আঠ বছৰ আগৰ বকৰাণী বুলি চিনিবই নোৱাৰি । বিনয়ে বকৰাণীলৈ চাই কয় ]

বিনয়—আপুনি বেছিকৈ উঠা বহা কৰি নুফুৰিব পেহীদেউ ।

বকৰাণী—[ এখন চোফাত বহি কথা কোৱাত কষ্ট বোধ কৰাৰ দৰে কয় ] এহ্ কিমাননো আৰু ভিতৰখনত সোমাই থাকিম । আমনি লাগিছে ।

বিনয়—বকৰা, মই আহো । পেহীদেউ মই আহিলোঁ ।' অলপ কাম আছে ।

বকৰাণী—বাক যোৱা বোপা ।

[ বিনয়ৰ প্ৰস্থান । ক্ষন্তেক নিটাল মাৰি বকৰাণীয়ে কয় ]

বকৰাণী—আমোপা যাবগৈ । টকা কড়ি সকলো লৈছে । তাক থাকিবলৈ কোৱাৰ মুখ আমাৰ নাই । তই নাজান, তোলৈ তাৰ কিমান মৰম । অত' বছৰে

তাক মই জানিছোঁ। কিয় সি যাবলৈ ওলাইছে, তাকো বুজিছোঁ। কেৰাণাৰ ঘৈণীয়েক আহি খবৰ দি গ'ল……দেউতাৰে বোলে বাগিচা বেছিবলৈ ওলাইছে।……কি দুখত……কিহৰ বেজাৰত……কাৰ ওপৰত অভিমানত নিজে গঢ়া এখন নদন বদন বাগিচা বেচিবলৈ ওলাইছে তাকো জানো।

কন্দৰ্প—তই মনে মনে থাকচোন মা। ডাক্তৰে তোক বেচি কথা কবলৈ মানা কৰিছে নহয়।

বকুৰাণী—[ থোকাথুকি মাতেৰে ] কথাৰ আয়ুস আৰু মোৰ নাই বাপুকণ। শেষ হ'ল। দহমাহ দহদিন…… মাকে কেচুৱাক গৰ্ভত ধাৰণ কৰে……তুলি তালি ডাঙৰ দীঘল কৰে……কিহৰ আশাত? ল'ৰা মোৰ ডাঙৰ হব……বিয়া দিম……বোৱাৰী আনিম নাতী পুতিৰ মুখ দেখিম……সেই আশাত। [ বকুৰাণীৰ চকুপানী বৈ যায় ] সেই আশা মোৰ এই জনমত নফলিয়ালে। সেই আশা বুকুত লৈয়ে যাম।

কন্দৰ্প—[ মাকৰ ভৰিত ধৰি, খিনতীৰ সুৰত ] মা মা মই তহতৰ কথা শুনিম মা। তহতে যি কব মই তাকে

কৰিম। নাকান্দিবি মা। তই কান্দিলে যে.......... ।

[ এটা হাতত গলত জুমুকা পিন্ধোৱা এটা ভতুৱা কুকুৰৰ পোৱালী, পিঠিত কাপোৰেৰে বন্ধা এখন সৰু বিছনা আৰু এটা টোকাৰী। এহাতে বৰুৱাই দিয়া ছণ্ডিখন আৰু টাপলি মৰা এটা ছাতি লৈ আঘোণা সোমাই আহি কয় ]

আঘোণা—নেকান্দি কি কৰিব। কান্দিবই লাগিব। যাৰ লেখা পঢ়া জনা ল'ৰা মানুহ গুছি বলধি গৰু হয় সি নেকান্দি কি কৰিব। আইদেউ! মই ওলালো। যোৱাৰ আগতে লেনদেন বিলাক মাৰি যাও। এইখন [ ছণ্ডিখন দেখুৱাই ] বৰুৱা চাহাবে মোক দি কৈছিল, এই টকাৰে মোৰ দৰে পোন্ধৰ হাল বলধি গৰু কিনিব পাৰি। কিন্তু এতিয়া হিচাবত ওলালগৈ কুৰি হালহে কিনিব পাৰি। গতিকে মোতকৈয়ো যি বেছি বলধি তাকহে এইখন দিয়া উচিত। মই জীৱনত ঘৰ-সংসাৰ নেপাতি বলধি গৰুৰ কামেই কৰিলো। কিন্তু সকলো থাকিও যি বলধৰ বলধ আও বলধৰ কাম কৰিছে, মই বলধিয়ে সেই আও বলধক এই কুৰি হাল বলধি যৌতুক দিলো। তাক ধৰি এতিয়া

একুৰি হাল এটা বলধে যদি, এই হবলগা বাবুজিৰ বাগিচাৰ চাহৰ বাকছবিলাক জেহাজঘাটলৈ গাড়ীৰে টানে, তেন্তে বাবুজীৰ বাগিচাত মটৰ লড়ীৰ দৰ্কাৰ নহব। [ছত্তিখন টেবিলত থৈ] এই খন বলধি ইয়াত থাকিল। আইদেউ! দায় দোষ নধৰিব মই আহিলোঁ। মোক কেতিয়াবা দৰকাৰ হলে, শিংৰী দেৱালয়ৰ নঙঠা বাবাজীৰ আশ্ৰমত খোজ কৰিব।

[আঘোণা যাব খোজে, কন্দৰ্পই মাতে]

কন্দৰ্প—আঘোণাকাই।

আঘোণা—[থমকি ৰৈ] নমতা মানুহক মাতি নলবি। যাবৰ বেলিকা খং নুঠাবি।

কন্দৰ্প—[আঘোণাৰ কাষলৈ আহি গাত ধৰি] মই কি কৰিব লাগিব ক’। তই, মা দেউতাই যি কৰিবলৈ কব মই তাকে কৰিম।

আঘোণা—[কন্তেক থৰ লাগি কন্দৰ্পৰ মুখলৈ চাই থাকি] চকুৰে চকুৰে চাই ক।

কন্দৰ্প—[অঘোণাৰ চকুলৈ চাই] এয়া চকুৰে চকুৰে চাই কৈছোঁ। তহতে যি কৰিবলৈ কব তাকে কৰিম।

আঘোণা—সঞ্জাত নাই, সঞ্জাত নাই। লেখাপঢ়া জনা তহতৰ কথাৰ সঞ্জাত নাই। কচুপাতৰ পানী লেখিয়া এই আছে এই নাই। মোৰ গাত ধৰি ক।

কন্দৰ্প—গাত নহয় তোৰ ভৰিত ধৰি কৈছো আঘোণাকাই।

[ কন্দৰ্পই আঘোণাৰ ভৰিত ধৰিব খোজে। আঘোণা আতৰ হৈ যায় ]

আঘোণা—ঠিক কৈছ, ভৰিতেই ধৰি কব লাগিব। সৌ মাৰৰ ভৰিত ধৰি ক।

[ কন্দৰ্পই মাকৰ ভৰিত ধৰে। মাকে মিঁচিকিয়াই হাঁহে ]

কন্দৰ্প—এয়া মাৰ ভৰিত ধৰি কৈছোঁ।

আঘোণা—তেনেকৈ কলে নহব। মই পুৰুহিতৰ লেখিয়া কৈ যাম। তই গাই যাবি।

কন্দৰ্প—কি কম ক।

আঘোণা—[ গল হেকাৰণি মাৰি হাত যোৰ কৰি ওপৰলৈ চাই ] কৈ যাবি……জোন, বেলি তৰাক সাক্ষী কৰি…

কন্দৰ্প—জোন বেলি তৰাক সাক্ষী কৰি……

আঘোণা—[ ভাবি ] মোৰ মাতৃ আইৰ চৰণ চুই সত্যে সত্যে তিনি সইত খাইছোঁ……

কন্দৰ্প—মোৰ মাতৃ আইৰ চৰণ চুই, সত্যে সত্যে তিনি সইত খাইছোঁ……

[ বাগিচাৰ বকুলি বুঢ়ী হাতত ছুটা উঘা লৈ সোমাই আহি বৰুৱাণীৰ ফালে চাই কয় ]

বকুলী—আই, মই সেই……

আঘোণা—[ বকুলীলৈ চাই ] এতিয়া কথা নকবা বাই। আহা আহা থিক সময়তে আহিছা। তুমিও সাক্ষী থাকিবা। এইখিনিলৈ আহা। [ বকুলি ভেবা লাগি আঘোণাৰ কাষলৈ যায় ] অ' অ' [ বৰুৱাণীলৈ চাই ] কোনখিনিলৈকে গালো আইদেউ। অ' অ' মনত পৰিছে। তাৰ পিচত গাই যা। তেওঁ-লোকে যি দিনাই বিয়া কৰিবলৈ হুকুম দিব, কেৰঘেৰ নকৰাকৈ বিয়া কৰাম।

কন্দৰ্প—তেওঁলোকে যি দিনাই বিয়া কৰিবলৈ হুকুম দিব, কেৰঘেৰ নকৰাকৈ বিয়া কৰাম।

আঘোণা—ইয়াৰ অন্যথা হলে আইন মতে দণ্ডনীয় হম।

কন্দৰ্প—ইয়াৰ অন্যথা হলে আইন মতে দণ্ডনীয় হম।

আঘোণা—[ বৰুৱাণীলৈ চাই ] আইদেউ, এতিয়া কথাখিনি দেশ দস্তুৰ মতে ফাইনেলিং হওক। [ বকুলীলৈ চাই ] বাই মাৰা। আইদেউ, আপুনিও যদি পাৰে বেমাৰী দেহাৰে চেষ্টা কৰি চাওকচোন।

[ বকুলীলৈ চাই দাবী দি ]

বাই, কি ভেবা লাগি চাই আছা ! মাৰা আক।

বকুলী—[ আচৰিত হৈ ] কি মাৰিম ?

আঘোণা—এহ্ বুঢ়া হলাহি তাকো নাজানা নে ? কথাটো ফাইনেলিং কৰা। উৰুলী মাৰা।

[ আঘোণাই উৰুলী দিয়ে। বকুলীয়েও দিয়ে ]

( অঁাৰ কাপোৰ পৰে )

## দ্বিতীয় দৃশ্য

[ চিৰাজৰ ঘৰৰ পূৰ্ব্বৰ চোতাল। আঠ বছৰ পিচৰ ঘৰ আৰু চোতালৰ কিছু পৰিবৰ্ত্তন থাকে। সাবিত্রীৰ আঠ বছৰীয়া ছোৱালী সীতা বাহিৰৰ পৰা লৰি আহি ঘৰৰ ভিতৰ সোমাই, এখন টিনৰ চকী আনি চোতালত থৈ আৰু এখন আনিবলৈ ভিতৰলৈ লৰ মাৰে। কন্দৰ্প আৰু আঘোণা সোমাই আহে। সীতা আন এখন চকী আনি চোতালত পাৰি দি কয় ]

সীতা—ইয়াত চোতালৰ ছঁাতে বহক। আতাজান মহঁা-হতৰ তালৈ গৈছে। মই মাতি আনো।

আঘোণা—তেখেতক মাতি আনিব নালাগে আই। গাড়ীৰ চকা আমাৰ এতিয়াই ভাল হব। যাম গৈ।

সীতা—ইহ্ আতাজানে শুনিলে বেয়া পাব নহয়। জিলাৰ পৰা আহিলে ডাঙৰ ডাঙৰ মানুহবিলাক আমাৰ ঘৰতেহে বহে।

আঘোণা—[ হাঁহি ] হয় নেকি? পিচে তোমাৰ নামটি নকলা নহয়। কি নাম?

সীতা—আইতাই নাম দিছে সুৰ। আতাজানে নাম দিছে সীতা।

আঘোণা—সীতা?

সীতা—অ' অ' সীতা। আনেও মোক বেছিকৈ সীতা বুলিহে মাতে।

আঘোণা—অ' অ' পিচে তোমালোকৰ ঘৰত কোন কোন আছে?

সীতা—আইতা আছে······আতাজান আছে, আৰু কোনো নাই। অ' কছমত আৰু খলিলো আছে। আমাৰ ঘৰতে কাম্ কৰে।

আঘোণা—তোমাৰ মাৰা?

সীতা—মা?

আঘোণা—অ'।

সীতা—নাই, মৰিল।

আঘোণা—আই অ' দেহি। তোমাৰ দেউতাৰা ?

সীতা—দেউতা ?

আঘোণা—অ'।

সীতা—জানো কব নোৱাৰো। অ'…আতাজানেহে জানে। মই একে লৰে আতাজানক মাতি আনো-দেই। [ যাব খোজে ]

আঘোণা—ৰবাচোন ৰবা। তোমাৰ মাৰাৰ নামটো কি আছিল জানা মাই ?

সীতা—অ' জানোতোন। মাৰ নাম সাৱিত্ৰী আছিল। সেই দেখিহে মোৰ নাম আতাজানে সীতা থৈছে।

কন্দৰ্প—সাৱিত্ৰী ?

সীতা—অ' আপোনালোক বহক দেই। মই আতাজানক মাতি আনো। [ দৌৰি প্ৰস্থান ]

আঘোণা—বাপুকণ ! য'তে বাঘৰ ভয় ত'তে ৰাতি হয়। মোৰ হলে গা বেজবেজাইছে দেই। তই ছোৱালীজনীৰ মুখখন মন কৰিছনে ? সাইলাখ সাৱিত্ৰীৰ থগ।

[ সীতা লৰি সোমাই আহি কয় ]

সীতা—আহিছে……আহিছে। আতাজান সোৱা নিজে নিজেই আহিছে। মই যাবলৈকে নহল।

[ চিৰাজ বেগাবেগিকৈ সোমাই আহি, কন্দৰ্পহঁতৰ ফালে চাই কয় ]

চিৰাজ—হে'ৰ সীতা! আলহীক তামোল চালি দিছ নে নাই ?

সীতা—মই আনোগৈ আতাজান। [ লৰি প্ৰস্থান ]

চিৰাজ—মই সেই আমাৰ গাৱৰে ভাইজানৰ তালৈ গৈছিলো। তাৰে পৰাই দেখিলো গাড়ী এখন মোৰ পদুলি মুখত ৰোৱাহি·····কিবা গাড়ীখন ফুটিল বোলে······।

আঘোণা—এৰা, ঠিক আপোনাৰ পদুলি মুখতে ফুটিল। পিচে এতিয়া চকাই ফুটিছে নে কপালেই ফুটিছে তাকেহে ধৰিব পৰা নাই।

চিৰাজ—পিচে আহিল বা ক'ৰ পৰা······যাব বা কলৈ ?

আঘোণা—গোলাঘাটৰ পৰা আহিলোঁ। মুকুতাজান বাগিচালৈ যাম গৈ।

চিৰাজ—মুকুতাজান বাগিচা······নগাৰৰ সেই বকৰা চাহাবৰ বাগিচা ?

আঘোণা—অ' অ' তেওঁৰে বাগিচা। [ কন্দৰ্পক দেখুৱাই ] এওঁ তেওঁৰেই ল'ৰা।

চিৰাজ—অ' আজি এমাহ মানৰ আগতে তেখেতৰ কোনোবা ল'ৰা এটাৰ বিয়া হ'ল নহয় ?

আঘোণা—অ’ অ’ এওৰেই হল।

[ সীতাই তামোলৰ বঁটা লৈ সোমাই আহে ]

চিৰাজ—অ·· অ... বঁটাটো মোক দেচোন। তই সেই টুল-খন লৈ আহগৈ যা।

[ চিৰাজে বটাটো লয় সীতা ভিতৰলৈ যাব খোজে ]

সীতা শুনচোন শুন। সেই অলপ দিনৰ আগতে সেই আমাৰ পদুলি মুখেদি যে বিয়াখন গৈছিল ......গাড়ীৰ পিচে পিচে তই যে লৰ ধৰিছিল ......কাৰ বিয়া জান? এও বোপাটিৰে।

সীতা—[ কন্দৰ্পলৈ ৰ লাগি চাই ] এ এ হয় কি নহয়। দৰা হৈ এখেতেই গাড়ীত গৈছিল এতিয়াহে চিনিছোঁ।। ইচ্ ইমান মটৰেই মটৰ... . চাকিয়েই চাকি...... পো......পো .....বিলাতী বেজেনা।

চিৰাজ—অ......অ......তই টুলখন লৈ আহগৈ যা।

[ সীতা ভিতৰলৈ লৰ মাৰে ]

চাহ চৰবত অলপমান যদি খোৱাত আপত্তি নাই..........

কন্দৰ্প—নাই নাই খোৱাত কিহৰ আপত্তি।

চিৰাজ—এৰা এৰা আজিকালিৰ দিনত শিক্ষিত...... উদাৰ [ সীতাই টুল এখন লৈ আহে ] থ থ আই, এইখিনিতে থ।

[ টুলৰ ওপৰত বটাটো থৈ সীতালৈ চাই

চিৰাজ—হাত মুখ ধুবলৈ পানী এলোটা দিব লাগে.........
গামোচা দিব লাগে......

সীতা—মই আনোঁগৈ আতাজান। [ যাব খোজে ]

চিৰাজ—ৰ চোন ৰ। [ কন্দৰ্পৰ ফালে চাই ] বাৰীতে সেই ভাল চৰবতী নেমু আছে। এৰা গৰমো পৰিছে, তাৰে নহলে দুগিলাচ দিওঁ।

কন্দৰ্প—আনক।

চিৰাজ—আইতাৰক দুগিলাচ ভালকৈ চৰবত কৰিবলৈ কবি। আৰু সেই পানী এলোটাও আনিবি। [ সীতাৰ লৰি প্ৰস্থান ] হওতে ভাল মালভোগ কলো আছে। হে ! হে ! মোৰ বাৰীৰ কল এই অঞ্চলত নামজ্জাদা। ঘৰৰ দৈও আছে .....তাৰে যদি...

কন্দৰ্প—নাই নাই চৰবতেই হব। সেইবিলাক আৰু একো নালাগে।

চিৰাজ—বাৰু বাৰু। মই তেনেহলে দু আষিমান বান্ধি দিম। ঘৰত ল'ৰা-ছোৱালীয়ে খাব।

আঘোণা—পিচে আপোনাক কি বুলি মাতিম ?

চিৰাজ—[ হুবুজাৰ দৰে ] মাতিব... ..। অ' বুজিছো, বুজিছো। মোৰ নাম চিৰাজুদ্দিন হাজৰীকা। হে ঃ হেঃ......

আঘোণা—পৰিয়ালৰ প্ৰাণীবা কেইটি ?

চিৰাজ—প্ৰাণী বুলিবলৈ নাই বুলিয়ে ধৰক। সেই ফালে শূইন। মই, মোৰ ভণী আৰু সেই নাতি ছোৱালীটি।

আঘোণা—ছোৱালীটিৰ মাক বাপেক হবলা……

চিৰাজ—নাই নাই মাক ঢুকাল, মাক নাই।

আঘোণা—বাপেক………

চিৰাজ—[ কন্তেক তলকা মাৰি। সেই বিলাক বহুত কথা।

[ সীতাই টুলৰ ওপৰত পানী এলোটা আৰু এখন নতুন গামোছা থৈ বেগ'বেগিকৈ ভিতৰলৈ যায় ] ছোৱালীটি মোৰ নাতি যদিও আল্লাৰহে দান।

আঘোণা—সকলোৱেতো ঈশ্বৰেই দান। পিচে ছোৱালীটিনো………

[ টুলৰ পৰা বটা আৰু লোটা মাটিত নমাই থৈ টুলখন চিৰাজৰ ফালে আগুৱাই দি ] বহক চোন বহক। সমণীয়া মানুহ কথা বতৰা পাতি ভাল লাগে। [ চিৰাজে টুলখনত বহে ] ছোৱালীটি হলে বৰ সাদৰী হাজৰীকা। মটৰখন ফুটাত আপোনাৰ সেই নগুলা মুখতে থিয় হৈ আছিলো। ছোৱালীটিয়েই আপোনাৰ ঘৰত বহিবলৈ মাতি আনিছে।

চিৰাজ—[হাঁহি] এৰা এৰা তাই তেনেকুৱাই। ক'ৰবাত কণা লেঙেৰা মগণীয়া পালে কথাই নাই। বাটৰ পৰা মাতি আনি ঘৰত ভাত পানী খুৱায়। পঢ়া শুনাতো চোকা। এইবাৰ প্ৰাইমাৰীত বৃত্তি ধৰিছে। পিচে এতিয়া সেই ইংৰাজী স্কুলত দিবলৈহে গাৰত তেনে সুবিধা নাই। সেই-লৈহে ভাবনা চিন্তাত পৰিছো।

আঘোণা—ছোৱালীটি আপোনাৰ আপোন নাতি নহয় হবলা ?

চিৰাজ—[হুমুনিয়াহ পেলাই] আপোন নাতি নহয় বুলিনো কেনেকৈ কওঁ। মোৰ আৰু মোৰ ভণীৰ এই বুঢ়া কালত তায়েই কণাৰ লাখুটী।

আঘোণা—ছোৱালীটিৰ নাম কি ?

চিৰাজ—নাম দুটাই। নুৰ বুলিও মাতো, সীতা বুলিও মাতো।

আঘোণা—সীতা ?

চিৰাজ—এৰা কবলৈ গলে আচলতে ছোৱালীটি হিন্দুৰহে ছোৱালী।

আঘোণা—হিন্দুৰ ছোৱালী আপোনাৰ ঘৰত.........

চিৰাজ—সেইবিলাক বহুত কথা।

আঘোণা—কথা বিলাক কিবা আচৰিত যেন লাগিছে। শুনিবলৈকো মন গৈছে। পিছে আপোনাৰ আপত্তি থাকিলে নালাগে আৰু।

চিৰাজ—নাই নাই আপত্তি কিহৰ। পিছে সেইবিলাক বহুত কথা। [ক্ষন্তেক নিটাল মাৰি থাকি] আজি প্ৰায় আঠ বছৰ আগৰ কথা। এটি দেৱকন্যাক আল্লাই তেখেতৰ মছ্জিদত পুৱা আজান দিবলৈ যাওতে নিৰাশ্ৰয়া অৱস্থাত মোৰ চকুত পেলাই। ছোৱালীটিক ঘৰলৈ আনি সোধ পোচ কৰাত তাই বিয়াৰ আগদিনাই ঘৰৰ পৰা পলাই আহিছো বুলি ক'লে। ছোৱালীটিৰ মাকৰ বাহিৰে বোলে কেৱে নাই। ঘৰ ক'ত সোধাত কবলৈ মান্তি নহল। কি কৰিম নিজৰ ঘৰতে আশ্ৰয় দিলো। সকলোতকৈ ডাঙৰ বিপদ হল ছোৱালীটি গভৰ্ৱতী আছিল। মোৰ ঘৰতেই ছমাহ মানৰ পিচত সীতাৰ জন্ম হল। তাইৰ জন্মৰ দুদিনৰ পাচতেই সুতিকা বেমাৰত মাক ঢুকাল। জিলাৰ পৰাও ডাঙৰ ডাক্তৰ আনি দেখুৱালো। কিন্তু কি হব নেবাচিল।

[ কন্দৰ্পই ৰ লাগি শুনি থাকে ]

আঘোণা—সীতা কাৰ ছোৱালী……বাপেকৰ নাম কি… ঘৰ কত……এইবিলাক ছোৱালীটিক সোধা নাই জানো ?

চিৰাজ—ক'ত নাই সোধা ! ইমান ডাঙৰ কথাটোৱো নোসোধাকৈ থাকিব পাৰেনে ডাঙৰীয়া। মই শুধিছো……মোৰ ভনীয়ে সুধিছে……কত বুজাইছো……শেষত কাকতি মিনতি কৰিছো। •কিন্তু তাইৰ মুখত সেই একেই কথা। নাই… নাই তেখেতৰ পৰিচয় মই দিব নোৱাৰিম। তেখেতক মই কৈছিলো যদি কিবা পাপ কৰিছো ময়েই কৰিছো। তাৰ চেকা আপোনাৰ গাত পৰিবলৈ নিদিও। [ ক্ষন্তেক বৈ ] বিয়া নকৰিলেও স্বামী ৰূপে সেই লৰাজনকে তাই পূজা কৰিছিল। সেই ল'ৰা জনৰে এখন ফটো আছে। নিতৌ এধাৰি কপৌ ফুলৰ মালা ফটোখনত আঁৰি পুৱা গধূলি সেই ফটোখনক ধূপ ধুনাৰে পূজা কৰিছিল। সাবিত্ৰীৰ সত্যবানৰ প্ৰতি যি ভক্তি ভাল পোৱা আছিল, সেই ল'ৰাজনৰ প্ৰতি সাবিত্ৰীৰ ভক্তি ভাল পোৱা তাতকৈ বোধ কৰো কোনো অংশে কম

নাছিল। [অনুতপ্ত কন্দর্প ই আঘোণাৰ ফালে চাই কিবা কব খোজে। আঘোণাই মনে মনে থাকিবলৈ ইঙ্গিত দিয়ে। চিৰাজে তন্ময়হৈ কৈ যায়] মই নুৰৰ নাম সীতা থৈছো। সীতাৰ দৰেই আমাৰ সীতা পৱিত্ৰ। কাৰণ সাৱিত্ৰীৰ দৰে মহা সতীৰ গৰ্ভত তাইৰ জন্ম।

আঘোণা—এতিয়া সীতাক কি কৰিম বুলি ভাবিছে হাজৰিকা? কবলৈ গলে তাই হিন্দুৰেই ছোৱালী।

চিৰাজ—সেইবিলাক ভাবিয়ে দিনে ৰাতিয়ে টোপনি নহা হৈছে ডাঙৰীয়া! বিবুদ্ধিত পৰিছো। ঢুকুৱাৰ আগতে সাৱিত্ৰীয়ে কৈছিল, পিতা! আৰু মই নেবাচো। মোৰ মনে কৈছে এদিন হয়তো তেখেতে মোক নিজেই বিচাৰি আহিব। সেই-দিনা যদি তেখেতক পাই কব তেখেতৰ ওপৰত মোৰ অকনো অভিমান নাই। তেখেতৰ চৰণ চিন্তা কৰিয়ে মই মৰিবলৈ সাহ পাইছো। ছোৱালীটিক যদি তেখেতে নিয়ে দিব। যদি নিনিয়ে তেখেতক সুধিহে মুছলমান কৰিব। তাই কৈছিল—মৰিবৰ সময়ত মোৰ অনুৰোধ পিতা, আপুনি নিজে কেতিয়াও তেখেতক

বিচাৰি মুলিয়াব। ইয়াৰ পিচত, এতিয়া মোৰ উপাই কি কওকচোন ডাঙৰীয়া। সীতাৰ বাপেকৰ পৰিচয় মোক নিদিলে। সীতা ডাঙৰ হৈ আহিছে। তাইক মই ক'ত বিয়া দিম! কি কৰিম! মুছলমানৰ ঘৰত ডাঙৰ দীঘল হোৱা ছোৱালীক কোন হিন্দুৱে বিয়া কৰিব? তাৰ উপৰিও কেতিয়াবা কেতিয়াবা তাই মোক বাপেকৰ কথা সোধে। মই তাইক ফুচুলাই আন কথা উলিয়াও। লাহে লাহে তাই ডাঙৰ হৈ আহিছে, আজিৰ দৰে তেতিয়াতো তাইক ফুচুলাব নোৱাৰিম। তেতিয়া মই তাইৰ বাপেকৰ কি পৰিচয় দিম? যি ছোৱালীৰ বাপেকৰ পৰিচয় নাই, সেই ছোৱালীক কোনখন সমাজৰ ডেকাই বিয়া কৰাব?

কন্দৰ্প—[ প্ৰায় চিঞৰী ] হাজৰীকা !!

চিৰাজ—[ কন্দৰ্পলৈ চাই মুৰ ছুপিয়াই বেজাৰৰ হাঁহি মাৰি ] বুজিছো—বুজিছো বোপা। আজিকালিৰ শিক্ষিত ল'ৰা। তোমাৰ অন্তৰতো মোৰ কথাবিলাকে খুন্দিয়াইছে। কি কৰিবা বোপা। আমি ক্ষুদ্ৰ মানুহ।

তেখেত আল্লাৰ ওপৰতেই নিৰ্ভৰ কৰি বহি থকাৰ বাহিৰে আন কোনো উপায় নাই।

আঘোণা—মানুহজনৰ সেই ফটোখন আছে নহয় হাজৰীকা ?

চিৰাজ—হয়—হয়—আছে।

আঘোণা—এবাৰ দেখুৱাব পাৰিব জানো ?

চিৰাজ—কিয় নোৱাৰিম। ৰব মই লৈ আহো।

[ প্ৰস্থান ]

আঘোণা—এতিয়া কি কৰ ?

কন্দৰ্প—[ চলচলীয়া চকুৰে হুমুনিয়াহ পেলাই ] তহতে সাৱিত্ৰীৰ অন্তৰ চিনি নাপালি আঘোণাকাই। সেয়েহে তহতে তাইৰ বিষয় লৈ ঠাট্টা বিদ্ৰুপ কৰিছিলি। সাৱিত্ৰীয়ে তাইৰ কথা বৰ্ণে বৰ্ণে ৰাখি থৈ গল। কিন্তু মই……

[ কন্দৰ্পই তলমূৰ কৰি ৰুমালেৰে চকুপানী মোচে ]

আঘোণা—সেইবিলাক কথা এতিয়া এৰ বাপুকণ। দেৱতাৰ লেখিয়া এই মানুহজনৰ ওচৰত তই তোৰ চিনাকি দিব লাগিব।

[ কন্দৰ্পৰ ফটোখন লৈ চিৰাজ ভিতৰৰ পৰা ওলাই আহে ]

চিৰাজ—[ আঘোণাৰ হাতত ফটোখন দি কয় ] এইখন। ফটোখনত ল'ৰাটিৰ চেহেৰাটো চাওকচোন ডাঙৰীয়া। সাজ

পোচাকৰ বাহিৰে ছবিত থকা সেই সত্যবানৰ লেখিয়ায়।

[ আঘোণাই ফটোখন কন্দৰ্পক দেখুৱাই। কন্দৰ্পই সেইফালে চকু দি, আন ফালে মুখ ঘূৰাই। এখন কাহীত তিনি গিলাচ চৰবত লৈ সীতা ওলাই আহে। চিৰাজে তাইৰ হাতৰ পৰা কাহিখন লয়। কন্দৰ্পই ৰ লাগি সীতাৰ মূৰলৈ চাই, চেঁপা মাতেৰে কয়।

কন্দৰ্প—সীতা! [ সীতা আৰু চিৰাজে আচৰিত ভাবে কন্দৰ্পলৈ চাই ] সীতা! [ আঘোণাই সীতাক হাতত ধৰি কন্দৰ্পৰ ফালে আগুৱাই দিয়ে। কন্দৰ্পই প্ৰায় চিঞৰি ] সীতা! [ সীতাক সাৱতি ধৰে। স্কেচ মিউজিক সহ করুণ এটি সুৰ ভাহি উঠে। চকুলোৰে কন্দৰ্পৰ গাল ওপচি পৰে। "সীতা সীতা" বুলি চেপা মাতেৰে সীতাক বুকুত সাৱতি লৈ কন্দৰ্পই তাইৰ মূৰত হাত বুলাই। চিৰাজে আচৰিত হৈ এই দৃশ্য চাই ]

আঘোণা—[ চিৰাজৰ ফালে চাই ] সীতাৰ বাপেক। [ আচৰিত হৈ চিৰাজে আঘোণাৰ ফালে চাই। কন্দৰ্পই প্ৰায় কান্দি কান্দি কয় ]

কন্দৰ্প—এৰা মযেঁই......মযেঁই সীতাৰ বাপেক।

চিৰাজ—[ আচৰিত হৈ ] সীতাৰ বাপেক......

[ আঘোণাই ফটোখন চিৰাজৰ ফালে আগুৱাই দিয়ে। কাহিখন টুলত থৈ চিৰাজে ফটোখন লৈ কন্দৰ্প আৰু ফটোখনলৈ ক্ষন্তেক ভধা লাগি চাই থাকি চিঞৰি উঠে ]

চিৰাজ—হে খোদাতাল্লা, হে ৰচুল......ইকি বিচিত্র বিধান তোমাৰ খোদা ! মোৰ অন্তৰৰ আৱেদন তুমি শুনিছা। অজানিত ভাবে সীতাৰ বাপেকক আনি আজি মোৰ চোতালত থিয় কৰাইছা।

[ সীতা আচৰিত হৈ কন্দৰ্পৰ বুকুৰ পৰা আহি চিৰাজক গৰা মাৰি ধৰি সোধে ]

সীতা—আতাজান আতাজান, এইবিলাক কি হৈছে আতাজান ?

চিৰাজ—তোৰ মাৰে আচমানৰ পৰা তোলৈ আশীৰ্ব্বাদ পঠিয়াইছে আই। ৰাতি মোৰ বুকুত শুই কত দিন তই মোক তোৰ পিতাৰৰ কথা শুধিছ, মই উত্তৰ দিব নোৱাৰি গাৰুত মুখ লুকুৱাইছো ......টোপনিৰ ভাও ধৰিছো। খোদাক প্ৰশ্ন কৰিছো, কৈ দিয়া খোদা, কি উত্তৰ এই ছোৱালীটিক দিও। মোৰ প্ৰশ্নৰ উত্তৰ আজি খোদাই পঠিয়াইছে। আই ! সেয়া......সেইজন তোৰ পিতা, সীতা। ( ভিতৰৰ ফালে চাই ) ফাতেমা, ফাতেমা......

[ চিঞৰি চিঞৰি মাতি বেগাবেগিকৈ ভিতৰ সোমায় ]

সীতা—[ কন্দৰ্পৰ কাষলৈ গৈ ] আপুনি মোৰ আব্বাজান......
পিতা নহয় ?

কন্দৰ্প—অ’ সীতা। মইহে তোমাৰ পিতা......আব্বাজান।
[ কন্দৰ্পই সীতাক বুকুত সাৱতি লয় ]

সীতা—ইমান দিননো ক’ত আছিলা পিতা ? কিয়নো
অহা নাছিলা ?

আঘোণা—দূৰ দেশত আছিল আই। সেয়েহে ইমানদিনে
আহিব পৰা নাছিল।

সীতা—ইহ্, কতনো দূৰত আছিল। সেই দিনা দেখোন
আমাৰ পদূলী মুখে দিয়েই পিতাই নিকা কৰিবলৈ
গৈছিল। মোৰ মা মৰিল নহয়, সেই দেখি
আকৌ নিকা কৰিছা, নহয়, পিতা ?

কন্দৰ্প—[ আঘোণালৈ চাই ] নকৰ কিয় আঘোণাকাই। এতিয়া
তহতে উত্তৰ দে।

সীতা—আমাৰ গাঁৱৰ ল’ৰা-ছোৱালীবিলাকে ইমান মিছা
কথা কব পাৰে। সিহঁতে কি বুলি কয় জানা
পিতা ? মোৰ বোলে পিতাই নাই।

কন্দৰ্প—সীতা !

আঘোণা—সিহত দুষ্ট ল’ৰা ছোৱালী। সেই দেখি সেই
বিলাক মিছাকথা কয় আই।

কন্দৰ্প—মই তোমাক লৈ যাম। মোৰ লগত যাবা সীতা?

সীতা—অ' যামতোন। [ক্ষন্তেক ভাবি] আতাজান আৰু আইতাকো নিবা নহয়?

[চিৰাজ ভিতৰৰ পৰা ওলাই আহে। কন্দৰ্পই চিৰাজলৈ চাই মিনতিৰ সুৰত কয়]

কন্দৰ্প—সীতাক মোক দিয়ক। মই তাইক লৈ যাও। লেখা পঢ়া শিকাম।

চিৰাজ—[ক্ষন্তেক তলমূৰ কৰি হুমুনিয়াহ পেলাই] খোদা! ...... মোৰ ইয়াত কবলৈ একো নাই। আপোনাৰ ছোৱালী। মই মাত্র কেইদিনমানলৈ ৰখীয়া আছিলো। [ক্ষন্তেক বৈ] তথাপিও সীতাই আমাৰ বুকুৰ কিমানখিনি অধিকাৰ কৰি আছে তাক কোৱাৰ শক্তি মোৰ নাই। আকাশৰ বেলিটিৰ দৰেই তাই মোৰ আৰু মোৰ ভনীটিৰ জীৱন পোহৰ কৰি ৰাখিছে। তই গলে এই ঘোপ মৰা অন্ধকাৰ ঘৰত কেও কোনো নোহোৱা দুটা দুৰ্ভগীয়া ককায়েক ভনীয়েকে উশাহ লব পাৰিব জানো?

আঘোণা—হাজৰীকা?

চিৰাজ—[বেজাৰৰ হাঁহি মাৰি] নাই নাই……মই এই বিলাক কি ভ্রম বকিছো। বাপেকে জীয়েকক লৈ যাব খুজিছে, মই নিদিবৰ কোন।
[হাতজোৰ কৰি] মাজে মাজে যাতে ছোৱালটিকে দেখা পাও সেইকন দয়া আপোনালোকে মোক কৰিব।

সীতা—[চিৰাজৰ গাত ধৰি] তই নগলে মই নাযাও আতাজান।

ফাতেমা—নুৰ !

চিৰাজ—নেযাও বুলি কব নেপায় নহয় আই। পিতাৰাই নিব খুজিলে যাব লাগিব। আব্বাজান যি কয় শুনিব লাগিব। ইমান দিনৰ পিচত আব্বাজানক পাইছা, তেওঁৰ কথা নুশুনিলে তেওঁ বেয়া পাব। আকৌ গুচি যাব। নাহিব নহয়।

ফাতেমা— [নেপথ্যত ] নুৰ শুনি যা।

[ সীতাৰ ভিতৰলৈ প্রস্থান ]

কন্দৰ্প—মই সীতাক মাজে মাজে আপোনাৰ তালৈ লৈ আহিম। আপুনিও সেইফালে গলে মোৰ তাত থাকি আহিব।

[ ড্রাইভাৰ সোমাই আহি কয় ]

ড্ৰাইভাৰ—হুজুৰ ! গাড়ী ভাল হৈছে।

কন্দৰ্প—যা, গৈছো।

[ ড্ৰাইভাৰৰ প্ৰস্থান ]

আঘোণা—কিন্তু বাপুকণ তই যি ভাবিছ সি হব জানো ? হাজৰীকাৰ চোতালৰ পৰা তোৰ ছোৱালী লৈ যোৱাৰ আগতে তই এটা থিৰাং কৰিব লাগিব। ছোৱালীজনীক কলৈ নিবি ? ঘৰলৈ ? ঘৰলৈ নিয়াৰ তোৰ সাহ আছে জানো ? নিলেই কুৰুক্ষেত্ৰ।

কন্দৰ্প—আঘোণাকাই......

আঘোণা—শুনক হাজৰীকা। ইয়াৰ ঘৰত আজি এমাহৰ আগতে বিয়া কৰোৱা ন-ঘৈণী আছে। আজি সীতাক লৈ ঘৰত গৈ যদি কয় এইজনী মোৰ ছোৱালী, তেন্তে ভাবি চাওকচোন কথাটো কি লেখিয়া হব।

চিৰাজ—এৰা এৰা সেই বিলাক কথাটো ভবাই নাই। আপোনাৰ পৰিবাৰেতো এইবিলাক কথা নাজানে।

আঘোণা—শুন বাপুকণ ! আজিৰ ৰাতিৰ গাড়ীততো তই কলিকতালৈ যোৱাৰ কথা। সীতাকো

কলিকতালৈ লৈ যা। তাত সুবিমল বৰুৱাহঁতৰ ঘৰত ৰাখি স্কুলত নাম লেখাই দিবি।

কন্দৰ্প—তাত তেওঁলোকে সীতাৰ কথা শুধিলে মই কি কম ?

আঘোণা—এতিয়াই আচল কথা নকবি। দিন পালেই খেন পাই। লাহে লাহে সকলো থিক হৈ যাব। কবি, তহঁতৰ দূৰ সম্পৰ্কীয় ছোৱালী। মাক বাপেক কোনো নাই। হাজৰীকা! আমাৰ গাড়ীও ভাল হৈছে। ছোৱালীটিক উলিয়াই পঠিয়াই দিয়ক।

চিৰাজ—আজি……এতিয়াই লৈ যাব…

আঘোণা—আপুনি একো চিন্তা নকৰিব হাজৰীকা। কলিকতাত আপোনাৰ নাতিনীয়ে অকণো কষ্ট নাপায়। এবছৰৰ ভিতৰত সকলো ঠিক হৈ যাব। স্কুলৰ বন্ধতো তাই আপোনাৰ তালৈ আহিয়ে থাকিব।

[ কন্দৰ্পলৈ চাই ] বাপুকণ বলচোন গাড়ীখন চাই অহা য'ক। হাজৰীকা, আপুনি ছোৱালীটিক সোনকালে কিবা কেইটামান খুৱাই উলিয়ায় দিয়ক। আহ বাপুকণ!

[ আঘোণা আৰু বাপুকণৰ প্ৰস্থান। চিৰাজ কিবা ভাবি গুণি

ভিতৰফালে যাব খুজিছিল, এনেতে ফাতেমা আৰু সীতা চোতাললৈ সোমাই আহে ]

ফাতেমা—[ প্ৰায় কান্দি ] দাদা ! কেচুৱাৰ পৰা সীতাক মই তুলি তালি ডাঙৰ দীঘল কৰিছো। এতিয়া এটা অচিনাকী মানুহৰ হাতত মই তাইক গতাই দিব নোৱাৰো……নোৱাৰো।

চিৰাজ—[ বেজাৰৰ হাঁহি মাৰি ] অচিনাকি…..সি এতিয়া সীতাৰ তোতকৈ বেছি চিনাকি বেছি আপোন।

ফাতেমা—দাদা !

চিৰাজ—অবুজ নহবি ভনীটি ! স্নেহত অন্ধ হৈ সীতাৰ ভবিষ্যতৰ কথা পাহৰি নেযাবি। হেৰ তাইক আমি ক'ত বিয়া দিম, কত কি কৰিম।

ফাতেমা—কিন্তু দাদা……

চিৰাজ—মূল্যহীন তৰ্ক নকৰিবি ভনীটি। সাৱিত্ৰীয়ে মৰাৰ আগতে কি কৈ গৈছিল পাহৰি নাযাবি।

সীতা—তহঁতো নগলে মোৰ অকলে যাবলৈ ভয় লাগে আতাজান।

চিৰাজ—ছিহ্‌ নাপায় নহয় আই। পিতাকৰ লগত যাবলৈ ভয় কৰে বুলি শুনিলে মানুহে হাঁহিব নহয়। তোমাক কলিকতালৈ লৈ যাব, তাত লিখা পঢ়া

শিকিবা। চিঠি দিবা, আমিও তোমালৈ চিঠি দিম। স্কুল বন্ধত ইয়ালৈ তোমাক দেউতাৰাই লৈ আহিব।......এই বিলাক কামত হাহি মুখেৰেহে যাব লাগে। ফাতেমা যা, সীতাক কেইটামান কিবা খুৱাই উলিয়াই পঠিয়া।

ফাতেমা—আজিয়ে কেনেকৈ পঠিয়াও দাদা।

চিৰাজ—আজি ৰাতিয়ে তেখেত কলিকতালৈ যাব। তাত সীতাক স্কুলত নাম লেখাই দিব।

ফাতেমা—[ চকুত আঁচল লৈ কান্দি ] দাদা!

চিৰাজ—মই কি বুজা নাই ফাতেমা..... এতিয়া নহয় পিচত বহুত সময় পাবি ভনীটি। বুক ডাঠ কৰ...... সীতাক হাঁহি মুখেৰে উলিয়াই দে।

[ সীতাক হাতত ধৰি ] আহ্, আই! মই তোক নিজে কাপোৰ কানি পিন্ধাই দিম।

[ সীতাক হাতত ধৰি চিৰাজে ভিতৰলৈ লৈ যায়। ফাতেমায়ো চকুলো টুকি টুকি ভিতৰ সোমাই। সূৰ্য্য লাহে লাহে অস্ত যায়। সূৰুজৰ ৰাঙলী কিৰণ বিলাক গছৰ ফাঁকেৰে আহি চিৰাজৰ চোতালত সিচৰতি হৈ পৰে। দূৰৰ পৰা এটা মহৰ শিঙৰ পেপাৰ করুণ সুৰ ভাহি আহে। আঘোণা আৰু কন্দৰ্প ভুনাই আহি চিৰাজৰ চোতালত থিয় হয়হি ]

আঘোণা—[ ভিতৰ ফালে চাই ] হাজৰীকা ! অলপ খৰ ধৰ কৰক। সন্ধ্যা লাগিবৰ হল। [ ক্ষন্তেক বৈ কন্দৰ্পলৈ চাই ] ছোৱালীটিয়ে মেয়ে ষ্টেচনতে থাকিম। তই ঘৰৰ পৰা কাপোৰ কানিখিনি লৈ আহিবিগৈ। মোৰ কথা শুধিলে যেনেকৈ কবলৈ কৈছো তেনেকৈ কবি।

কন্দৰ্প—মানুহজনক কিছু সহায় কৰিব পৰা হলে ভাল আছিল আঘোণাকাই। ইমান দিন কেচুৱাৰ পৰা সীতাক তুলি তালি ডাঙৰ দীঘল কৰিছে, সাবিত্ৰীৰ অসুখতো যথেষ্ট খৰছ কৰিছে।

আঘোনা—কেনেকৈ সহায় কৰিবি ?

কন্দৰ্প—যদি কিছু টকা দিও……।

আঘোণা—ছিহ্ বাপুকণ ! তহত টকা থকা মানুহবিলাকৰ অন্তৰখন বৰ ঠেক অ'। হেৰ' মানুহৰ চেনেহকো তহতে টকাৰে জুখিবলৈ আহ। তই বুজিব পৰা নাইনে সীতাক ঘৰৰ পৰা উলিয়াই দিবলৈ যাওতে বুঢ়াৰ বুকুত ৰাৱণৰ চিতা জ্বলিছে।

[ সন্ধ্যা লাগে। লাহে লাহে অন্ধকাৰ হৈ আহে। চিৰাজ হাতত এটা সৰু চুইটকেছ্ লৈ ওলাই আহে। নতুন ফ্ৰক পিন্ধা সীতা চিৰাজৰ লগতে আহে। ফাতেমা দুৱাৰ মুখত ৰয় ]

চিৰাজ—এৰা অলপ পলমেই হ'ল। সন্ধ্যা লাগিল।

আঘোণা—চাও বাকচটো মোক দিয়ক। [ চিৰাজৰ হাতৰ পৰা চুইটকেচ্‌টো লয় ] আমি এতিয়া আহিলো হাজৰিকা। ......ছোৱালীটিৰ কাৰণে আপুনি অকণো চিন্তা নকৰিব। স্কুল বন্ধ হলে আপোনালোকৰ নাতিক আকৌ ঘৰত পাব।

কন্দৰ্প—[ চিৰাজলৈ চাই হাত জোৰ কৰি ] আপোনাৰ ওচৰত মূৰ তুলি কথা কৰৰ মোৰ যোগ্যতা নাই। আপুনি যি দিনাই আদেশ কৰিব, সেইদিনাই সীতাক মই আপোনাৰ ওচৰলৈ লৈ আহিম।

চিৰাজ—[ কন্দৰ্পৰ গাত হাত ফুৰাই ] তেনেকৈ নকৰা বোপা। মোক অপৰাধী নকৰিবা। খোদাই তোমাৰ মঙ্গল কৰক।

আঘোণা—[ সীতাৰ হাতত ধৰি চিৰাজক নমস্কাৰ কৰি ] তেন্তে আমি আহিলো হাজৰিকা।

[ চিৰাজে আদাব দিয়ে ]

সীতা—[ চিৰাজৰ মুখলৈ চাই ] আইতা!

[ চিৰাজে সীতাৰ মূৰত হাত থয়। এটা করুণ সুৰে পৰিস্থিতিৰ লগত সহযোগ কৰে ]

সীতা—[ চিৰাজৰ গাত ধৰি ] মই আকৌ কেইদিনমানৰ পিচতে আহিম নহয়, আতাজান ?

চিৰাজ—অ' অ' কেইদিনমানৰ পিচতে আহিবা আই। এতিয়া যোৱাগৈ।

[ সীতাক হাতত ধৰি লৈ আঘোণা যায়, লগতে কন্দৰ্প। সীতাই উভটি চাই যায়গৈ। চিৰাজ সীতাহঁত যোৱাৰ ফালে তন্ময় হৈ চাই থাকে। ফাতেমা লাহে লাহে চোতাললৈ আহি চিৰাজৰ কাষত থিয় হৈ সীতাহঁত যোৱাৰ ফালে চাই চকুলো টোকে। দূৰত কোনোবাই গায়—

"আৰু নবজাবি বীণ বাটৰুৱা
আৰু নবজাবি বীণ"

লাহে লাহে চোতাললৈ গধূলিৰ অন্ধকাৰ নামি আহে। সেই অন্ধকাৰৰ মাজতে আৰ কাপোৰ পৰে। গীত চলি থাকে ]

—দ্বিতীয় অংক শেষ—

# তৃতীয় অংক

## ১ম দৃশ্য

[ আগৰ বৰুৱাৰ ড্ৰইংৰুম। পূৰ্ব্বতকৈয়ো ড্ৰইংৰুমৰ কিছু পৰিবৰ্ত্তন হৈছে। কন্দৰ্পই ড্ৰইংৰুমত বহি সেইদিনাৰ ডাকত অহা চিঠিপত্ৰবোৰ চাই আছে। কন্দৰ্পৰ কাণৰ কাষৰ চুলিবোৰ পকিছে আৰু চেহেৰাত বয়সৰ ছাপ পৰিছে। ৭৫ বছৰীয়া আঘোণা সোমাই আহে। আঘোণাৰ চকুত বগা চশমা। মানুহ হুমুহ মনিবলৈ যেন টান পায়। ড্ৰইংৰুমৰ ঘড়ীত ১০টালৈ ১৫ মিনিট থাকে। ]

আঘোণা—আজিৰ ডাক আহিল বাপুকণ ?

কন্দৰ্প—অ' আহিল। কলিকতাৰ পৰা চিঠি এখন আহিছে। ভালে আছে, পৰীক্ষাও বোলে ভালেই হৈছে।

আঘোণা—অ'…। হাজৰিকালৈও চিঠি দিছে বোধেৰে। সেই দিনা যে, মই হাজৰিকাৰ তালৈ গৈছিলো কি হল জান ?

কন্দৰ্প—কি ?

আঘোণা—তাত কথা পাতি পাতি বহি থাকোতেই পিয়নে এখন চিঠি দিলেহি। সীতাৰ চিঠি। চিঠিখন পায়েই মই যে তাত মানুহটো বহি আছো

বুঢ়াই পাহৰিলেই। গোটেই চিঞৰ বাথৰ লগাই ভনীয়েকক মাতি ভিতৰ সোমাল। সাত বাৰ নে আঠ বাৰ চিঠিখন পঢ়ি ভনীয়েকক শুনাইছে। মই মানুহটো সিফালে বাহিৰত বহিয়ে আছো, আধা ঘণ্টা মানৰ পিচত কানি কাপোৰ পিন্ধি থপজপকৈ মানুহটো ওলাই আহি মোক দেখি কলে, এই আপুনি ইয়াত বহি থকাৰ কথা পাহৰিয়ে গলো। ক্ষেমা কৰিব। মই শুধিলো ক'ৰবালৈ যাবলৈ ওলাইছে নেকি? কলে আজি শুকুৰবাৰ, মছ্‌জিদলৈ যাও বুলি ওলাই আহিলো। তাতে গাৱৰ মানুহকো চিঠিখন পঢ়ি শুনাম বুলি ভাবিছো।... একেবাৰেই হোজা আপোন ভোলা মানুহ। সীতালৈ ইমান মৰম......

[ পূৰ্ব্বৰ বাগিচাৰ জামাদাৰ বাবু সোমাই আহে। বয়সৰ পৰিবৰ্ত্তন জামাদাৰৰ চেহেৰাত থাকে। আঘোণা আগ ফালৰ ছুৱাৰেদি ওলাই যায় ]

কন্দৰ্প—[ জামাদাৰলৈ চাই ] কি হ'ল ?

জামাদাৰ—আজিৰ পিচ বেলাটো মই ছুটি বিছাৰিছিলো।

কন্দৰ্প—অ'...। কিবা কাম আছে হবলা ?

জামাদাৰ—হয়। নাতি লৰা এটিৰ অন্নপ্ৰাশন আছিল।

কন্দৰ্প—অ'। এতিয়া আপোনাৰ নাতি কেইটি হ'লগৈ?

জামাদাৰ—বাৰটি।

কন্দৰ্প—বাক······যাব।

[ জামাদাৰ বাবু নমস্কাৰ দি যায়। কন্দৰ্পই চিঠিবিলাক হাতত লৈ ড্ৰয়াৰ খোলে। এনেতে বাহিৰত মটৰৰ হৰ্ণ বাজে। বিনয় ডাক্তৰৰ মাত শুনা যায় ]

নেপথ্যত বিনয়—মালিক আছে নে?

নেপথ্যত জামাদাৰ—হয় আছে।

কন্দৰ্প—জামাদাৰ বাবু! [ জামাদাৰ বাবু সোমাই আহে ] কোন আহিছে?

জামাদাৰ—তেখেত ফুকন ডাক্তৰ আহিছে।

[ কন্দৰ্পই টেবিলত চিঠিবিলাক থৈ বাহিৰলৈ ওলাই যায় ]

নেপথ্যত কন্দৰ্প—কোন ডাক্তৰ নেকি? আহক······ আহক।

নেপথ্যত বিনয়—এক মিনিট।

নেপথ্যত কন্দৰ্প—বাক গৈছোঁ।

[ ইতিমধ্যে জামাদাৰ বাবুও যায়গৈ। কন্দৰ্পৰ পৰিবাৰ প্ৰায় ত্ৰিশ বছৰীয়া সৰযু সোমাই আহে। দুৱাৰ মুখলৈ গৈ বাহিৰলৈ চায়। এখন মটৰ চলি যোৱাৰ শব্দ হয়। সৰযু টেবিলৰ কাষলৈ আহে। আঘোণা আগ দুৱাৰেদি সোমাই আহে ]

সৰযু· [ আঘোণালৈ চাই ] চাহো খোৱা নাই …… কলৈ গলগৈ নো ?

আঘোণা—সেই ডাক্তৰ বোপা আহিছে। কিবা অকণমান সকাম আছে বোলে, অফিছলৈ লৈ গৈছে। আহিব এতিয়াই। [ ভিতৰলৈ প্ৰস্থান ]

[ সৰযুৱে টেবিলৰ পৰা সেই দিনাৰ ডাকত অহা ট্ৰিবিউনখন তুলি লৈ যাব খুজি হঠাৎ চিঠিবিলাকৰ ওপৰত চকু পৰে। ক্ষন্তেক চিঠিবিলাকলৈ চাই থাকি, খোলা অৱস্থাত থকা সীতাৰ চিঠিখন তুলি লয়। চিঠিখন পঢ়াৰ লগে লগে সৰযুৰ চেহেৰাৰ পৰিবৰ্ত্তন হয়। সন্মুখলৈ চাই চেঁপা মাতেৰে কয়। ]

সৰযু—পূজনীয় দেউতা……সীতা ·· · সীতা·· ··[ ক্ষন্তেক টলকা মাৰি কিবা ভাবি চিঠিখন টেবিলত থৈ খোলা ড্ৰয়াৰত কিবা বিচাৰি, কেইখনমান মনি অৰ্ডাৰৰ ৰছিদ পায়। সেই ৰছিদ কেইখন পঢ়ি আপোন মনে কয় ] সীতা বৰুৱা, কেয়াৰ অব স্থবিমল ফুকন · ··সীতা বৰুৱা……পূজনীয় দেউতা··· · [ সৰযুক নিৰ্ব্বাক ৰাখি সৰযুৰ কথাখিনি টেপ ৰেকৰ্ড কৰি মাইকত কব পাৰে ] [ বাহিৰত চিৰাজে মাতে ]

নেপথ্যত চিৰাজ—ঘৰত কোন আছে, ····ঘৰত আছে নে ?

সৰযু—[ বিৰক্তিৰে দুৱাৰ মুখলৈ চাই ] কোন ?

নেপথ্যত চিৰাজ—তেওঁ বৰুৱা বোপা ঘৰত আছে নে ?

সৰযু—[ নিজকে নিজে ] বকুৱা বোপা ! [ দুৱাৰৰ ফালে চাই ]
সোমাই আহক।
[ হাতত কাগজেৰে মেৰিওৱা এটা টোপোলা আৰু এটা ছাটি লৈ চিৰাজ সংকোচেৰে সোমাই আহে ]

সৰযু—[ তীক্ষ্ণ দৃষ্টিৰে চিৰাজলৈ চাই ] কোন বকুৱা বোপাক বিচাৰিছে ?

চিৰাজ—ঘৰৰ গিৰিহঁতকে বিচাৰিছিলো। ঘৰত নাই হবলা ?

সৰযু—নাই, অফিচলৈ ওলাই গৈছে।

চিৰাজ—তেন্তে অফিছতে লগ ধৰোগৈ।

সৰযু—আপুনি ক'ৰ পৰা আহিছে ?

চিৰাজ—মই সেই মুছলপুৰ গাৱঁৰ পৰা আহিছো।

সৰযু—অ…। কিবা ডাঙৰ কথা নহলে মোৰ আগতে কৈ যাব পাৰে। মই তেখেতক কম।

চিৰাজ—নাই নাই ডাঙৰ কথা হওতে একো নহয়। তেওঁ বোপা সেই কলিকতালৈ যোৱাৰ কথা আছে নহয় ?

সৰযু—হয়।

চিৰাজ—তাকে সেই টোপোলা এটা তেওঁৰ হাতত কলিকতালৈ পঠাও বুলি আহিছিলো।

সৰযু—কলিকতাত নো আপোনাৰ কোন আছে ?

চিৰাজ—সেই নাতি পোৱালী এটা আছে…… তাইলৈকে এইতো তেওঁৰ হাতত পঠিয়াব খুজিছিলো।

সৰযু—বহকচোন বহক, তেখেত এতিয়াই আহিব।

চিৰাজ—নাই পলম হব। সেই অফিছতে তেওঁক লগ ধৰি দুপৰীয়াৰ বাছ গাড়ীত উভটি যামগৈ।

সৰযু—আপোনাৰ নাতিনীয়েকেনো কলিকতাত কি কৰে ?

চিৰাজ—পঢ়ে। এইবাৰ সেই কলেজত নাম লেখাইছে।

সৰযু—নামটো কি কওকচোন। মই চিনি পাও কিজানি।

চিৰাজ—সীতা।

সৰযু—[ আচৰিত হৈ ] সীতা ?

চিৰাজ—হয়। আপুনি তেওঁ বোপাৰ…

সৰযু—মই তেখেতৰ পৰিবাৰ। আপোনাৰ নাতিৰ নাম সীতা বৰুৱা ?

চিৰাজ—হয় হয় সীতা বৰুৱাই হব। মই তেন্তে অফিছৰ পৰাই……

সৰযু—নহয় নহয় আপুনি বহকচোন। ইমান দূৰৰ পৰা আহিছে চাহ টাহ এটোপা খাওক। তেখেত এতিয়াই আহিব। আজি এইমাত্র সীতাৰ পৰা

এখন চিঠি পাইছো। এইখন চিঠি।

[ চিঠিখন দেখুৱাই ]

চিৰাজ—[ চিঠিখন আগ্ৰহেৰে চাই ] ভালে আছে নহয় ?

সৰযু—অ' আছে। তেখেত সুবিমল ফুকনহতৰ ঘৰৰ ফালেও ভাল। পৰীক্ষা তাই বোলে ভালেই দিছে।

চিৰাজ—অ। [ ৰহে ]

সৰযু—ক'তা সীতাইতো আপোনাৰ নাম আজিলৈকে মোক কোৱা নাই।

চিৰাজ—মোৰ নাম কৰলৈ মানে……সীতা মোৰ আপোন নাতি নহয়।

সৰযু—আপোনাৰ আপোন নাতি নহয় বুজিছো। কিন্তু আমাৰ তেখেত দেউতাকেও আপোনাৰ কথা আজিলৈকে মোক একো কোৱা নাই।

চিৰাজ—অ' অ……হয়তো মোৰ কথা একো ওলোৱা নাই।

সৰযু—[ কৃত্ৰিম হাঁহি মাৰি ] আপুনি যেনেকৈ সীতাৰ আপোন ককায়েক নহয়, তেনেকৈ তেখেতও সীতাৰ আপোন দেউতাক নহও বুলি কলেহে বিপদ হব।

চিৰাজ—এৰা এৰা……হয় হয় হাঃ হাঃ হাঃ, পিচে সেই……
[ সন্দেহৰে সৰযুলৈ চাই ] অ'……
সৰযু—মনে মনে থাকিল দেখোন ? কি কব খুজিছিল কওক।
চিৰাজ—নাই নাই কবলৈ একো নাই।
সৰযু—[ হাঁহি ] মই সীতাৰ মাক যেতিয়ালৈকে জীয়াই আছো, নিজৰ ছোৱালীৰ অৱশ্যে আপোন বাপেক নহও বুলি কব নোৱাৰে।
চিৰাজ—নাই নাই আইদেউ। আপুনিয়ে যেতিয়া নিজৰ ছোৱালী বুলি সাৰটি লৈছে, নিজৰ বাপেকীতো হৈ মাউৰা পোৱালীটিক মোৰ পোৱালী নহয় বুলি কব পাৰেনে। হাঃ হাঃ।
সৰযু—আনে নকলেও আপুনিনো সীতাৰ কেনেকৈ ককায়েক হলগৈ আপোনাৰ মুখৰ পৰাই শুনোচোন।
চিৰাজ—সেইবিলাক বহুত কথা। পলম হব। মই তেখেতক অফিছতে লগ ধৰোগৈ।
সৰযু—নহয় পলম নহয়। চাহ খাই যোৱা নাই নহয়। এইমাত্র আহিব।
চিৰাজ—এৰা অ।
সৰযু—মোৰ বাইদেউ, সীতাৰ মাকতো প্রায় আপোনাৰ ছোৱালীৰ দৰেই আছিল।

চিৰাজ—অ অ নিজৰ ছোৱালীৰ লেখিয়াই মোৰ ঘৰতে চকু মুদিলে যেতিয়া ·····

সৰযু—বাইদেউ ঢুকাওতোতো সীতা তেনেই সৰু······

চিৰাজ—সৰু ক'ত······নাৰী শুকুৰাই নাই......আগদিনা ওপজিছে, পাচ দিনাৰ পাচ দিনা মাক ঢুকাইছে।

সৰযু—সীতাৰ মাক ঢুকাবৰ সময়ত আমাৰ তেখেত সীতাৰ দেউতাক তাত নাছিল জানো ?

চিৰাজ—ক'ত থাকিব। চিনা পৰিচয়ে নাই! সীতাৰ বাপেক······[ সন্দেহৰে সৰযুলৈ চাই থাকি বহাৰ পৰা উঠি ] মই অফিছতে তেখেতক লগ ধৰি যামগৈ।

সৰযু—ৰব ৰব। চাহটোপা খাই যাওক। বঙলালৈ আহি চাহ এটোপা আপোনাক দিয়া নাই বুলি শুনিলে তেখেতে বেয়া পাব নহয়।

[ সৰযুৰ ভিতৰলৈ প্ৰস্থান। চিৰাজে বেৰৰ ছবিবোৰলৈ চকু ফুৰায়। ক্ষন্তেক পিচতে সৰযু সোমাই আহে ]

সৰযু—চাহ আনিবলৈ কৈ আহিছো। [ হাঁহি ] মোৰ আক এটা বিপদ হৈছে। বাইদেউৰ নামটোকে মোৰ মনত নাথাকে। কি নামটো আছিল ?

[ আঘোণা ওলাই আহি চিৰাজক দেখি দুৱাৰ মুখতে থমকি ৰয়। সৰযুৱে আঘোণাক নেদেখে ]

চিৰাজ—কাৰ কথা কৈছে ?

সৰযু—সীতাৰ মাকৰ নামটো মনত নাথাকে। কি নামটো আছিল ?

[ চিৰাজৰ চকু আঘোণাৰ ওপৰত পৰে। আঘোণাই হাত আৰু মুখেৰে নাম নকবলৈ চিৰাজক ইঙ্গিত দিয়ে। চিৰাজে আঘোণাৰ ইঙ্গিত ঠিক ধৰিব নোৱাৰি মূৰৰ ইঙ্গিতেৰে সোধে। চিৰাজে চোৱাৰ ফালে সৰযুৱে চাই আঘোণাই হাতেৰে নকবলৈ ইঙ্গিত দিয়া অৱস্থাত দেখে। আঘোণাই সৰযুৱে তাৰ ফালে চোৱা দেখি দোৱা হাতেৰে মিছাই মহ এটা মাৰি কয় ]

আঘোণা—এহ্ এহ্ ঘৰখনত গোনা মহৰ লেখিয়া একোটা মহ হল আইদেউ। [ চিৰাজৰ ফালে চাই অচিনাকি সুৰত ] অ' আপুনি মুছলপুৰৰ পৰা আহিছে নেকি ?

চিৰাজ—অ অ……। এই অলপতে বাচেৰে পালোঁহি। পিচে হেৰি এইটো……

[ টোপোলাটো দেখুৱাই ]

[ আঘোণাই চিৰাজক মনে মনে থাকিবলৈ ইঙ্গিত দিয়ে ]

আঘোণা—আপুনি আহিব বুলি মালিকে মোক কৈ গৈছে। আপুনি অফিচলৈকে মোৰ লগত বলক। তাতে তেখেতক লগ ধৰিবলৈ কৈছে।

[ চিৰাজে একো বুজিব নোৱাৰি ছাতি লৈ থিয় হয় ]

সৰযু—ৰবা আঘোণা ককাই। তেখেতে চাহ খাই যাব। আপুনি আমাৰ আঘোণা ককাইক চিনি পাই নেকি ?

[ আঘোণাই চিৰাজক চিনি নাপাও বুলি কৰলৈ ইঙ্গিত দিয়ে চিৰাজে সেই ফালে চাই আমনি পোৱাৰ দৰে ]

চিৰাজ—এহ্, এইখন মই একো ততেই ধৰিব পৰা নাই। বলক তেনেহলে অফিচলৈকে যাও। [ড্ৰইং ৰুমৰ ঘড়ীৰ ফালে চাই] দহটা বাজিবৰ হলেই।

[ এটা চাকৰে এখন সৰু ট্ৰেত একাপ চাহ আৰু কেইখনমান বিস্কুট আনি চিৰাজৰ কাষত থকা সৰু টেবিলত থয় ]

আঘোণা—এৰা এৰা দহটা বাজিবৰ হলেই।

সৰযু—চাহ খাওক।

[ চিৰাজে হুনাই বহি চাহ খায় ]

সৰযু—আঘোণা ককায়ে এখেতক আগৰে পৰা চিনি পোৱা হবলা ?

আঘোণা—অ' অ' চিনি পাওতো। এখেতক গোটেই জিলাই চিনি পায়। এচামতে নাম। আজান ফকিৰৰ শিষ্য। মহান পুৰুষ। সেই দহটা বজাৰ কথা কলে নহয়। দহটা বজাৰ পৰা আৰু কাৰো লগত কথা নাপাতে আইদেউ। সেই

পূৰা কাইলৈ একেবাৰে পাঁচ বজালৈকে। মৌন ৰত। পূৰা পাঁচ বজাৰ পৰা দহ বজালৈকে এই খিনিতেই যি মানুহৰ লগত কথা বতৰা পাতে। [চিৰাজলৈ চাই] বলক বলক সোনকাল কৰক। দহটা বাজেই আৰু। সিফালে হয়তো কথা কোৱাই নহব। তুমি মানুহজনক ৰাখি থৈ বেয়া কাম কৰিছা নহয় আইদেউ। তেখেতৰ হতুৱাই বাপুকণে কিবা চোৱা চিতা কৰাৰ কথা। সুধিবলগীয়াও বহুত কথা আছে। তেখেতৰ মাতুলী পিন্ধিয়েই বহুতে বুঢ়া কালতো ল'ৰা ছোৱালী পাইছে। [চিৰাজলৈ চাই] এওঁ আইদেউৰ কাৰণেই আপোনাক মাতিছিল। বিয়া কৰোৱা আজি আঠ বছৰ......
পিচে সেই ল'ৰা ছোৱালীহে নাই। অ অ' চাহ খোৱা হল নহয়? বলক বলক তেৰাতেৰি কৰক।
[কন্দৰ্পৰ প্ৰবেশ। অজানিতে মুখৰ পৰা ওলাই] এই-বাৰ হে খালে।

কন্দৰ্প—[চিৰাজলৈ চাই। থতমত খাই] অ' আপুনি? কিমান সময় হল অহা?

চিৰাজ—নাই নাই বেছি সময় হোৱা নাই। সেই অলপতে

পালোহি। আইদেৱে চাহ তাহ খুৱালে।

[ আঘোণাই কন্দৰ্পক চিৰাজক লৈ যোৱাৰ ইঙ্গিত দি ভিতৰলৈ যায়গৈ। কন্দৰ্পৰ চকু টেবিলৰ ওপৰত পৰে। টেবিলৰ ওপৰৰ সীতাৰ চিঠি আদি ড্ৰয়াৰত সুমুৱাই তলা মাৰে। কেৰাহিকৈ সন্দেহৰ চকুৰে সৰযুলৈ চাই। সৰযুৰ ওচৰত চিৰাজক কি কথা সুধিব ভাবি উচপিচ কৰে ]

কন্দৰ্প—[ অনাহকত হাঁহি ] মই অফিচলৈ গৈছিলো। পূৰাই সেই সাতটামান বজাত এবাৰ যাও।……নটা বজাত উভটি আহি আকৌ দশটামান বজাত যাও। পিচে এজনে আজি অলপ আগতে আকৌ মাতি লৈ গল।

চিৰাজ—আপুনি কলিকতালৈ যোৱাৰ কথা আছিল নহয়? কেতিয়া যাব বা?

[ আঘোণাই দুৱাৰ মুখৰ পৰা ভুমুকিয়াই চাই ]

কন্দৰ্প—অ……কেইদিনমানৰ পিচতে যাম।

চিৰাজ—এই পাটৰ মেখেলা চাদৰ এজোৰ……

[ আঘোণাই কোবাকুবিকৈ চিঞৰি আহে ]

আঘোণা—আইদেউ আইদেউ বেগাই আহা, সৰ্ব্বনাশ হ'ল। তোমাৰ সেইবিলাক তেনেই তহলিং কৰিলে।

সৰযু—কি হ'ল?

আঘোণা—এহ্ চোৰাগৈচোন। সেইবিলাক ভিতৰত কি কৰিলে। তেনেই ছেহ্ চেহ্......

[ সৰযু ভিতৰলৈ যায় ]

আঘোণা—[ কন্দৰ্পলৈ চাই চেপা মাতেৰে ] ইয়াত নহয়...... ইয়াত নহয়। বেগাবেগিকৈ অফিচ পাগৈ। যাওক......যাওক হাজৰিকা যাওক।

[ চিৰাজ আচৰিত হয় ]

কন্দৰ্প—বলক হাজৰিকা......অফিচলৈকে বলক।

আঘোণা—যাওক যাওক তেৰাতেৰে যাওক।

[ চিৰাজ আৰু কন্দৰ্প ওলাই যায়। সৰযু ছুনাই সোমাই আছে। সেই ফালে চাই সৰযুক নেদেখাৰ ভাও ধৰি আঘোণা দুৱাৰ মুখলৈ গৈ, কন্দৰ্পহঁত যোৱাৰ ফালে চাই চিঞৰি কয় ]

আঘোণা—কাঁহিবন, তুলসী, দুৰ্ব্বা, বেলপাত, আমপাত, বট-বৃক্ষ পত্ৰ সকলো অফিচৰ কাষতেই আছে। চাৰিওফালে মানুহ লগাই দিবি......সময় নাই দশটা বাজে......

সৰযু—আঘোণা ককাই!

আঘোণা—[ খঙৰ সুৰত ] ৰবা আইদেউ ৰবা। [ আকৌ বাহিৰলৈ চাই চিঞৰি ] সেই চন্দন......পঞ্চবস্ত্ৰ, গব্যঘৃত

মধুপৰ্ক......কেৰাণীবাবুৰ তাতে পাবি। বেগাই যা দশটা বাজে......

সৰযু—আঘোণা ককাই !

আঘোণা—[ সুগুনাৰ ভাও ধৰি ] হেৰি আৰ অ' কোশা অৰ্ঘা টিলিঙা শঙ্খ... মাইকী মহৰীৰ তাতে পাবি। বেগাই যা দশটা বাজে...... ।

সৰযু—দশটা বাজিল আঘোণা ককাই !

আঘোণা—বাজিল ?

সৰযু—অ' সৌৱা আমাৰ ঘড়ীত চোৱাচোন। দশটা বাজিল।

আঘোণা—এহ, এইডাল ঘড়ী পগলা ফাটেকলৈ পঠিয়াই দিব লাগে আইদেউ। নটাত দশটা বাজে, দহটাত বাৰটা বাজে।

সৰযু—পিচে তোমালোকৰো বাৰটা বাজিল আঘোণা ককাই।

আঘোণা—বাৰটা বাজিল ?

সৰযু—অ অ......। মোৰ ওচৰত তোমালোকে কৰা অভিনয়ৰ বাৰটা বাজিল।

আঘোণা—তোমাৰ কথা বিলাকৰ ওৰেই ধৰিব পৰা নাই আইদেউ।

সৰযু—তুলসী, আমপাত, বেলপাত, চন্দন……এই বিলাকেৰে কি হব আঘোণা ককাই ?

আঘোণা—চোৰা চিন্তা কৰাৰ আগতে সেই মাদুলীটোক এভাগ পূজা দিব লাগিব আইদেউ। বাগিচাৰ নাম ঘৰতে পূজা ভাল হব।

সৰযু—এই বিলাক গোটাই মেলি পূজাত বহামানলৈতো বাৰটা বাজি যাব। দহটা বজাৰ পৰা দেখোন তোমাৰ আজান ফকিৰৰ মৌন ব্ৰত।

আঘোণা – মৌনবৰত হলে কি হব আইদেউ। দহটাৰ পিচত আকাৰ ইঙ্গিতেৰে চলিব। দহটা বাজিল বুলি কাম বন্ধ থাকিবনে ?

সৰযু—অ' আকাৰ ইঙ্গিতেৰে চলিব। পিচে দেৱতাৰ পূজা ভাগো আকাৰ ইঙ্গিতেৰে চলিব নেকি ?

আঘোণা—অ' অ' জৰুল চলিব ·····জৰুল চলিব…… সল-সলাই চলিব……। আজান ফকিৰৰ শিষ্য তেখেত……গোটেই এচামতে নাম—কুৰিয়ে কুৰিয়ে তিৰোতাই তেখেতৰ মাদুলী ধাৰণ কৰি ছোৱালী পাইছে। মহান পুৰুষ……আকাৰে ইঙ্গিতেৰে তেখেতে পানীৰ লেখিয়া তমচ্ কাৰকৈ চলাই দিব।

সৰযু—পিচে পূজা তেখেত মহান পুৰুষ আজান ফকিৰৰ শিষ্যই কৰিব নহয় ?

আঘোণা—অ অ তেখেতেই কৰিব। তেখেতৰ বাহিৰে এই পূজা কাৰ কৰিবৰ শকতি আছে।

সৰযু—তুলসী, চন্দন, বেলপাত, পঞ্চৰত্ন......এই বিলাক লৈ তেখেতে পায়জামা বা লুঙি পিন্ধি পূজাত বহিব নে, লগত লৈ অহা পাটৰ মেখেলা চাদৰ জোৰ পিন্ধি বহিব ?

[ আঘোণা নিমাত ] পিচে মুছলমানে নামাজ এৰি কোশা, অৰ্ঘা, টিলিঙা, শঙ্খ লৈ কেতিয়াৰ পৰা পূজা কৰিবলৈ ধৰিলে আঘোণা ককাই ?

[ আঘোণা নিমাত ] মধুপৰ্ক, বটবৃক্ষ, গব্যঘৃত লৈ পূজা ভাগ হিন্দু পেটাৰ্নে হবনে মুছলমানী পেটাৰ্নত ? [ বিদ্ৰূপৰ হাঁহিমাৰি ] থৰ লাগিল দেখোন আঘোণা ককাই।

আঘোণা—থৰ নেলাগিম নে ? এনে কথা আজিকালিৰ শিক্ষিতা মহিলাৰ মুখত শুনিলে, মানুহটো মই থৰ নেলাগিম নে ? আজি কত দিনৰ আগতে চৰদাৰ আইন পাচ হৈ গ'ল......মুছলমানে পূজা কৰিলে......হিন্দুৱে নামাজ পঢ়িলে......

কিবা জাতি ভ্ৰষ্ট হবনে? জাতি খোলা কটিব লেখিয়া নে? ইমান লেহুকাণে……

সৰযু—[ বিদ্রুপৰ হাঁহি মাৰি ] জাতি লেহুকা হওক বা নহওক, তুমি কিন্তু লেহুকা নোহোৱা আঘোণা ককাই। ভাঙি পৰিবা তথাপি তুমি মোচৰ নোখোৱা।

আঘোণা—হে! আইদেউ। তুমি কথা বিলাক কিবা খোচা মাৰি মাৰি কৈছা। বোলে যাৰ কাৰণে শাক সিন্দুৰ তাকে পাতে ভোকোলা এন্দুৰ। ক'ত তুমি ল'ৰা পোৱালী এটা কোলাত লব পাৰিবা বুলি এইখন অথন্তৰ মিলাই ফুৰিছো।…

সৰযু—ল'ৰা পোৱালী কোলাত লবলৈ নেপালেও ছোৱালীতো কোলাত লবলৈ পাম। তাৰতো তোমালোকে বিয়াৰ পূৰ্ব্বতেই ব্যৱস্থা কৰি থৈছা।

[ আঘোণাৰ মাত হৰে ]

সৰযু—[ বিদ্রুপৰ হাঁহি মাৰি ] কি হ'ল আঘোণা ককাই? এইবাৰো চৰদাৰ আইনৰ দৰে এখন আইনৰ কথা কোৱা। পিচে ভিতৰতনো কি সৰ্ব্বনাশটো হৈছিল? মোক যে ভিতৰলৈ পঠিয়াই দিলা।

আঘোণা—সেই তুমি গোথা চুৰেটাৰৰ উলবিলাক কোনোৱাই তেনেই উলিয়াই পেলালে।

সৰযু—[ খঙেৰে ] আনে নহয় তুমি উলিয়াই পেলাইছা। তোমাৰ মামৰে ধৰা বুদ্ধিক, তুমি কোৱাৰ দৰে আজি কালিৰ শিক্ষিতা মহিলাই মাত্র পুতৌ নকৰে, ঘিণো কৰে। মোক ফাঁকি দি ভিতৰলৈ পঠিয়াই দি যাতে মই তেওঁলোকৰ কথা শুনিব নোৱাৰো তাৰে ব্যৱস্থা কৰিলা নহয়? [ আঘোণা নিমাত ] সীতা কোন......সীতাৰ বাপেক কোন, সেই বুঢ়াজন কোন এই বিলাক কথা আৰু কিমান দিন মোৰ ওচৰত গোপন কৰি ৰাখিব বুলি ভাবিছিলা? [ কন্দর্প গহীন হৈ লাহে লাহে সোমাই আহে। হাতত চিৰাজে দিয়া টোপোলাটো। এটা গভীৰ মিউজিক বৈ বৈ বাজে ]

সৰযু—[ কন্দর্পলৈ চাই ] কি হ'ল পূজাত বহিছে নে নাই?

কন্দর্প—কিহৰ পূজা?

সৰযু—[ বিদ্রুপেৰে ] মাতুলীৰ পূজা।

আঘোণা—এ আইদেউ! এই বিলাক লেতিপেতি কথা তুমি মোক নুশুনাবা। গোলামী কৰিছো দৰমহা লৈ খেলাচ। এই বিলাক কথা মই কেলেই শুনিম। আজিয়েই মই ঘৰৰ বাজ হম।
[ কোবেৰে প্রস্থান ]

সৰযু—[ পাটৰ কাপোৰযোৰৰ ফালে দেখুৱাই ] সেই জোৰ বোধ কৰো বুঢ়াই নাতিনীয়েকক দিবলৈ আপোনাৰ হাতত দিছে।

কন্দৰ্প—অ'।

সৰযু—নাতিনীয়েকৰ নাম কি জানিব পাৰোনে?

কন্দপ—সীতা।

সৰযু—সীতাৰ মাকৰ নাম?

কন্দৰ্প—সাবিত্ৰী।

সৰযু—হিন্দুৰ মহাসতী দুগৰাকী সীতা সাবিত্ৰীয়ে মছুলমানৰ ঘৰ জিলিকালে গৈ কেনেকৈ?

কন্দৰ্প—ঘটনা চক্ৰত পৰি।

সৰযু—ঘটনা বোধকৰো সীতাৰ বাপেকেই ঘটাইছিল?

কন্দৰ্প—মই তেতিয়া কলিকতাত।

সৰযু—সাৱিত্ৰী আপোনাৰ কোন?

কন্দৰ্প—স্ত্ৰী।

সৰযু—তেন্তে মোৰ কি প্ৰয়োজন আছিল? [ কন্দৰ্প নিমাত ] মোৰ প্ৰশ্নৰ আপুনি উত্তৰ দিব লাগিব। কৈফিয়ৎ দিব লাগিব।

কন্দৰ্প—সৰযু! তোমাৰ ওচৰত মোৰ ক্ষমা বিচৰাৰ বাট নাই। এটা ভুল কৰি তাক ঢাকিবলৈ গৈ ভুলৰ

ওপৰত ভুল কৰিছো। এজনক সন্তুষ্ট কৰিবলৈ গৈ এজনৰ সৰ্ব্বনাশ কৰিছো। মাত্ৰ তোমাৰ ওচৰতেই নহয় সৰযু, সুবিমল ফুকন হতৰ ওচৰতো মই এই বিলাক কথা গোপন কৰিছো। কিন্তু আৰু নহয়। এমাহৰ ভিতৰতে সীতা সুবিমল ফুকনহত ইয়ালৈ আহিব। সেই দিনা মই তোমালোকৰ আগত সকলো কম। মোৰ জীৱনৰ গোপন অধ্যায় মুকলি কৰিম।

সৰযু—সেই দিনা আপোনাৰ জীৱনৰ গোপন অধ্যায় শুনি আপোনাৰ প্ৰতি আজি ওপজা এই ঘৃণা আতৰ হৈ যাব নহয় ?

কন্দৰ্প—সৰযু !

সৰযু—[ উগ্ৰমূৰ্ত্তি ধৰি চিঞৰি ] মিছলীয়া..... ঠগ ........প্ৰৱঞ্চক ......চৰিত্ৰহীন.......লম্পট......

[ ক্লেচ মিউজীক ]

[ চিৰাজে চাহ খাই যোৱা কাপটোৰ ওচৰতে সৰযু থাকে, উগ্ৰমূৰ্ত্তি ধৰি কথা কেইটা কৈ থকা অৱস্থাত কাপত সৰযুৰ হাত পৰে। কাপটো সৰযুৱে কন্দৰ্পৰ মুখলৈ মাৰি পঠিয়ায়। কন্দৰ্পৰ কপালত কাপটো লাগি মাটিত পৰি ভাঙে। লাইত নুমাই যায়। মাত্ৰ ফকাচ কন্দৰ্পৰ মুখত থাকে। কন্দৰ্পৰ কপালেদি তেজৰ টোপাল কাটি চোলাত পৰে। কন্দৰ্প লাহে

লাহে সৰযুৰ কাষলৈ আহে। কন্দৰ্প আৰু সৰযুৰ মুখত মাথোন ফকাচ পৰে ]

কন্দৰ্প—তোমাৰ যি অপূৰণীয় ক্ষতি কৰিছো, তাৰ কিঞ্চিত শাস্তি হলেও তুমি মোক দিছা। তাৰ কাৰণে তোমাৰ ওচৰত মই কৃতজ্ঞ সৰযু।

[ সৰযুৱে একো নামাতে। স্থিৰনেত্ৰে কন্দৰ্পৰ মুখলৈ চাই থাকে ]

( আঁৰ কাপোৰ পৰে )

২য় দৃশ্য

[মঞ্চৰ প্ৰথম আঁৰ কাপোৰৰ পিচতে দ্বিতীয় এখন আঁৰ কাপোৰ থাকে। প্ৰথম আঁৰ কাপোৰ উঠোৱাৰ ক্ষন্তেক পিচত সুবিমল ফুকন ওলাই আহি দৰ্শকক নমস্কাৰ কৰি কয় ]

সুবিমল—আজি মোৰ ভাগিন শ্ৰীমান অনিলৰ জন্ম দিন। আমাৰেই সৌভাগ্য যে, অসমৰ কেইজনমান প্ৰখ্যাত শিল্পী একে লগে কলিকতাত পোৱা হৈছে। তেওঁলোকৰ সহযোগত এটি বিচিত্ৰানুষ্ঠান আজিৰ এই জন্ম দিনত পাতিবলৈ সুযোগ পাইছো। আজি মাত্ৰ এদিনৰ ভিতৰতে এই বিচিত্ৰানুষ্ঠানৰ আয়োজন কৰিবলগীয়া হোৱাত,

আমাৰ শিল্পী সকলে যেনেদৰে আপোনালোকক আমোদ দিব পাৰিলেহেতেন, তেনেদৰে আমোদ দিব পৰাতো সম্ভৱপৰ নহব। কাৰণ এক্কে দিনাই তেখেত সকলৰ প্ৰয়োজনীয় সকলো বিলাক গোটাই মেলি দিয়া মোৰ পক্ষে সম্ভৱপৰ হৈ নুঠি-লগে। যদি কিবা ভুল ত্ৰুটি হয় তাৰ কাৰণে দায়ী মই, তেখেত সকল নহয়! আৰু এটি সু-সংবাদ আজি আপোনালোকক দিওঁ। মোৰ ভাগিন শ্ৰীমান অনিলৰ লগত শ্ৰীমতী সীতা বৰুৱাৰ বিবাহ এক প্ৰকাৰ স্থিৰ কৰা হৈছে। অহা আঘোণৰেই এটি শুভ দিনত তেওঁলোকৰ শুভ বিবাহৰ দিন স্থিৰ কৰাৰ অৰ্থে মই, অনিল আৰু সীতা কাইলৈ অসমলৈ যাম। যাতে কাম ফেৰা সুকলমে সমাধা হয়, তাৰ বাবে আপোনা-লোকৰ পৰা আজিয়েই আশীৰ্ব্বাদ ভিক্ষা কৰি থলো। [ হলত হাত চাপৰি পৰে ] এতিয়া আমাৰ অনুষ্ঠান আৰম্ভ হব। [ নমস্কাৰ কৰি প্ৰস্থান ]

[ যেনেদৰে বিচিত্ৰানুষ্ঠান আৰম্ভ হয় তেনে ধৰণে এই দৃশ্যতো পোন্ধৰ মিনিটমান বিচিত্ৰানুষ্ঠান হব। অনিল ডেকা আৰু সীতা বৰুৱাইও এই বিচিত্ৰানুষ্ঠানত নাচ গান আদিত অংশ গ্ৰহণ কৰিব ]

## ৩য় দৃশ্য

[ পূৰ্ব্বৰ কন্দৰ্পহতৰ ড্ৰইং ৰুম। ৰুমত কন্দৰ্প, সুবিমল ফুকন, সৰযু, আৰু চিৰাজ বহি থাকে। আঘোণা, সীতা আৰু অনিলো থাকে। আঁৰ কাপোৰ উঠাৰ লগে লগে কন্দৰ্প বহাৰ পৰা উঠে। মাইকৰ যোগেদি দৰ্শকেও কথা বিলাক শুনিবলৈ পাব ]

কন্দৰ্প [ নেপথ্যত ]—মোৰ জীৱনৰ গুপুত এক আধ্যায় আপোনালোকৰ আগত কলো। কিয় এই বিলাক কথা আপোনালোকৰ আগত আজি অতদিনে মই কোৱা নাই, সেই প্ৰশ্নৰ উত্তৰ মই দিব নোৱাৰো। জীৱনত মোৰ দৰে অনেকৰে হয়তো একোটি গুপুত আধ্যায় থাকে। সেই ভাগ্যৱান সকলৰ বিবাহিত জীৱনৰ প্ৰকাশ পোৱাৰ ছিদ্ৰ নাথাকে। গোপনতাৰ মাজতেই সি অন্ত হয়। সাৱিত্ৰী অন্তঃস্বতা আছিল বুলি জানিলে, মই কেতিয়াও সাৱিত্ৰীক তেনে অৱস্থাত পেলাই কলিকতালৈ নগলোহেতেন। মই সাৱিত্ৰীক অনুৰোধ কৰিছিলো কিন্তু বিবাহত মান্তি নহল।

যদি কিবা পাপ কৰিছো ময়েই কৰিছো, তাৰ

কলঙ্কৰ চেকা আপোনাৰ গাত পৰিশলৈ নিদিও এয়ে আছিল মোৰ ওচৰত শেষ কথা। মৰিবৰ আগ মুহূৰ্ত্ততো সাৱিত্ৰীয়ে মোৰ পৰিচয় নিদি এখেত হাজৰীকাৰ কাষত এই কথাখিনি কৈ শেষ নিশ্বাস পেলাইছিল। স্বীকাৰ কৰো এই-বিলাক আপোনালোকৰ ওচৰত গোপন কৰি মই ভুল কৰিছো......দোষ কৰিছো। বিচাৰত যি শাস্তি হয় মোক দিয়ক। কিন্তু সীতা সীতাৰ দৰেই পৱিত্ৰ। মোৰ শাস্তিৰ ভাগ যেন তায়ো লব লগাত নপৰে।

সুবিমল [ নেপথ্যত ]—কিয় নপৰিব ? সমাজৰ আইনত তোমাৰ ক্ষমা আছে, কিন্তু তোমাৰ ছোৱালীৰ ক্ষমা নাই। অবিবাহিত ডেকা গাভৰুৰ অবৈধ সন্তানক সমাজে কোন শাৰীত ঠাই দিয়ে বোধকৰো তুমি তাক নজনা নহয়। কি অধিকাৰ আছিল তোমাৰ এই বিলাক কথা মোৰ ওচৰত গোপন কৰিবলৈ ? অন্ততঃ অনিলক সীতা কোন এই বিষয়ে পূৰ্ব্বতে সতৰ্ক কৰি দিয়া উচিত আছিল।

কন্দৰ্প [ নেপথ্যত ]—কিন্তু সীতাৰ মই বাপেক বুলি স্বীকাৰ কৰিছো।

সুবিমল [ নেপথ্যত ]—নো—নেভাৰ। সমাজৰ নীতি বিৰুদ্ধ কাৰ্য্যৰে তুমি তাইৰ বাপেক হৈছা। তোমাৰ কাৰ্য্যক স্বীকাৰ কৰিবলৈ গলে সমাজত বিবাহৰ আৱশ্যক নাথাকিব। চঞ্চল মতি দুটা ডেকা গাভৰুৰ অবৈধ প্ৰণয়ত মুছলমানৰ ঘৰত জন্ম-লোৱা এজনী ছোৱালীক মোৰ ভাগিনলৈ বিয়া কৰালে ব্যাভিচাৰক প্ৰশ্ৰয় দিয়া হব।

চিৰাজ—আপোনাৰ কথা সঁচা হলে হিন্দুৰ মহাকাব্য সেই মহাভাৰতখন পুৰি পেলোৱাহে যুগুত হব ডাঙৰীয়া। বিবাহৰ পূৰ্ব্বে ভালপোৱা যদি ব্যাভিচাৰ হয়, প্ৰকৃতিদত্ত প্ৰণয় যদি অবৈধ হয়, তেন্তে শাস্ত্ৰৰ ৰথ, মহাৰথী, সতী মহাসতী প্ৰায় বিলাকৰ গাতেই অবৈধ প্ৰণয়......ব্যাভিচাৰৰ চেকাৰে লেতি পেতি হৈ আছে ডাঙৰীয়া। যি পঞ্চকন্যাক নিতৌ স্মৰণ কৰিলে সকলো পাপ খণ্ডন হয়, আপোনালোকৰ সমাজৰ আইনত তেওঁলোক কোন শ্ৰেণীত পৰে ? সমাজ হ'ল এচকুৱা ধোৱা কাউৰীৰ নিচিনা ... এফালে মনে এফালে নমনে। সীতাৰ দৰে নিষ্পাপ......ফুলৰ দৰে পবিত্ৰ এজনী ছোৱালী যি সমাজৰ চকুত অবৈধ সন্তান হয়,

অবিবাহিতা সাৱিত্ৰীৰ স্বামীৰ প্ৰতি স্বৰ্গীয় প্ৰেম ভক্তি ভালপোৱা যি সমাজৰ চকুত ব্যাভিচাৰ হয় ......ভালকৈ মন কৰি চালে দেখিব সেই উৱলি যোৱা সমাজৰ বুকুত এখন নতুন সমাজে ঠন ধৰি উঠিছে।

সুবিমল—সেই নতুন ঠন ধৰি উঠা সমাজখন আপোনালোকৰ মুছলমান সম্প্ৰদায়ৰ সমাজত ঠন ধৰি উঠিব পাৰে, কিন্তু হিন্দুৰ সমাজত এতিয়াও ঠন ধৰি উঠা নাই।

চিৰাজ—ভুল কৰিছে ডাঙৰীয়া। সেইখন সমাজত কোনো সম্প্ৰদায়েই নাই। হিন্দু নাই......মুছলমান নাই ..... পাৰ্চি নাই......খৃষ্টান নাই......জাতি নাই ......অজাতি নাই......ধনী নাই...নিৰ্ধনী নাই। আল্লাৰ আশীৰ্ব্বাদ লৈ অহা সেই মহান সমাজখন হ'ল মহান সমাজ।

সুবিমল—[ ইতিকিং কৰি ] হৈছে হৈছে। আপোনাৰ পৰা সমাজৰ বাখ্যা শিকিবলৈ মই কলিকতাৰ পৰা ইয়ালৈ অহা নাই।

অনিল......অনিল......ইয়াত আৰু মই এক মুহূৰ্ত্তও থাকিব নোখোজো, মালবস্তু লৈ ষ্টেচনলৈ

বল। বাকী খিনি সময় ওৱেটিং ৰুমতে কটাম। [কন্দৰ্পলৈ চাই] আশাকৰো ষ্টেচনলৈ যাবলৈ গাড়ীখন দিয়াৰ ভদ্ৰামিকন তোমাৰ পৰা পোৱা যাব।

কন্দৰ্প—[ আঘোণালৈ চাই ] ড্ৰাইভাৰক গাড়ী উলিয়াবলৈ ক আঘোণা কাই।

চিৰাজ—ময়ো যাও বৰুৱা বোপা। মই বুজিছো সীতাৰো এইখন ঘৰত ঠাই নহব। তাইকো লৈ যাও। [ সীতালৈ চাই ] সীতা……সীতা……

আই অ' শুন।

[ এটা কৰুণ সুৰ বাজি উঠে। উদাস দৃষ্টি লৈ ধীৰ স্থিৰ ভাৱে সীতা চিৰাজৰ কাষ চাপি আহে ]

চিৰাজ—[ সীতালৈ চাই বেজাৰৰ হাঁহি মাৰি ] ভাওনা শেষ হ'ল আই, এতিয়া ব'ল। ঘৰৰ ছোৱালী ঘৰলৈ উভটি ব'ল।

[ সীতাই লাহে লাহে আহি কন্দৰ্পক সেৱা কৰে। পিচত সৰযুক। কন্দৰ্প আৰু সৰযু স্থিৰ অচঞ্চল ]

চিৰাজ—[ সকলোৰ ফালে চাই হাতজোৰ কৰি ] এতিয়া আহিলো। কিবা দায় দোষ কৰিলে ক্ষমা কৰিব।

[ সীতা দুৱাৰ মুখৰ ফালে যায়। লগত চিৰাজ ]

অনিল—সীতা! [ সীতা দুৱাৰ মুখত থমকি ৰয় ] কলৈ যোৱা

সীতা ! [ সীতা নিমাত, অনিল সীতাৰ কাষলৈ আহি ]
ঘৰলৈ যোৱাৰ আগতে মোৰ প্ৰশ্নৰ উত্তৰ দি থৈ যোৱা সীতা। মই কি কৰিম ?

সীতা—উভটি যোৱাগৈ।

অনিল—কলৈ ?

সীতা—কলিকতালৈ।

অনিল—কিন্তু অকলে উভটি যাবলৈ মই অহা নাছিলো সীতা। আহিছিলো, সমাজৰ চকুত তোমাক আপোন কৰি লৈ যাবলৈ।

সীতা—কিন্তু সমাজে আপোন হবলৈ নিদিয়ে।

অনিল—নিদিলে নালাগে। আমি নতুন সমাজ গঢ়িম।

সুবিমল—অনিল !

অনিল—যিথন সমাজৰ বিচাৰ আছে বিবেক নাই……দণ্ড আছে ক্ষমা নাই……তেজ মঙহ আছে হৃদয় নাই …তেনেখন মনুষ্যত্বহীন মানুহে গঢ়া সমাজক অতীতে স্বীকাৰ কৰিব পাৰে, ভবিষ্যতে নকৰে।

সুবিমল—অনিল ! তৰ্ক কৰাৰ সম্পৰ্ক তোৰ লগত মোৰ নহয়। স্পষ্ট কৰি ক তোৰ মতলব কি ? কলিকতালৈ তই মোৰ লগত উভটি যাবি নে নেযাৱ ?

অনিল—আপোনাৰ প্ৰশ্নৰ উত্তৰ সীতাৰ ওপৰতেই নিৰ্ভৰ কৰিছে মামা।

সুবিমল—বেচ্! সেই উত্তৰৰ অপেক্ষাতেই তই থাক। যি উত্তৰেই তই পাৱ বা নেপাৱ দয়া কৰি সেই উত্তৰ লৈ মোৰ কলিকতাৰ ঘৰত যেন উপস্থিত নহব।

[ সুবিমল খঙেৰে ভিতৰলৈ যায়গৈ। দৃশ্যটোত ইতিমধ্যে কন্দৰ্প ড্ৰইং ৰুমৰ চোফাত এটা অসহায় ভাব লৈ বহি পৰিছিল। সৰযু আছিল নিৰ্ব্বাক মূৰ্ত্তিৰ দৰে অলপ আতৰত ]

সৰযু—অনিল! [ অনিলে সৰযুলৈ ঘূৰি চাই ] শুনা! [ অনিল সৰযুৰ কাষ চাপি আহে। অনিললৈ নোচোৱাকৈয়ে সৰযুৱে কৈ যায় ] সীতাই কৈছে সমাজে তাইক তোমাৰ আপোন হবলৈ নিদিয়ে। সেই আপোন হবলৈ নিদিয়া সমাজক এৰি নতুন সমাজ গঢ়াৰ তোমাৰ শক্তি আছে জানো?

অনিল—কিয় নাথাকিব মাহীদেউ। মানুহে সমাজ গঢ়ে, সমাজে মানুহ নগঢ়ে। যিখন সমাজে মানুহে মানুহক আপোন হবলৈ নিদিয়ে……যিখন সমাজৰ মানুহৰ ভিতৰত অজস্ৰ শ্ৰেণী বিভেদ

কৰাই কৰ্তা……যিখন সমাজৰ সুবিধাবাদী সকলৰ প্ৰয়োজন অনুযায়ী সমাজৰ আইন কানুনৰ সৃষ্টি……সেইখন সমাজ কাহানিবাই অতীতৰ ঘৃণনীয় স্মৃতি হ'ব লাগিছিল মাহীদেউ।

সৰযু—সীতা শুন। [সীতা সৰযুৰ কাষলৈ আহে] কলৈ যাবলৈ ওলাইছিলি সীতা। ঘৰলৈ? কিন্তু তোৰ আতাজানৰ ঘৰ তোৰ নিজৰ ঘৰ নহয় সীতা। সি তোৰ মাৰৰ ঘৰ। তোৰ ঘৰ এইখন।

সীতা—মাহীদেউ!

সৰযু—মাহীদেউ নহয়……মাহীদেউ নহয়……ক…… মা।

কন্দৰ্প—সৰযু!

সৰযু—সকতে ফটা কানিৰ দৰা কইনা সাজি ছোৱালীৰ মাক হৈছিলো……কল্পনাতে সিহতৰ মুখত মা মাত শুনিছিলো। আজি মই তেজ মঙহৰ গঢ়া দৰা কইনা পাই কিয় মাহীদেউ হৈ থাকিম। মোক মা বুলি মাত সীতা……মোক মা বুলি মাত অনিল।

চিৰাজ—আইদেউ!

কন্দৰ্প—সৰযু!

সৰযু—দেউতাৰৰ তেজেৰে তোৰ প্ৰতি থকা মোৰ হিংসা দ্বেষ সকলো ধুই নিকা কৰি মই তোৰ প্ৰকৃত মা হৈছো সীতা। সন্তানহীনা নাৰীৰ অন্তৰ মাতৃত্বৰ চেনেহৰে ওপচি পৰিছে। "মা" মাত শুনিবলৈ হাহাকাৰ কৰি উঠিছে। তই মোক এবাৰ মা বুলি মাত সীতা। তহতে মোক এবাৰ মা বুলি মাত অনিল।

সীতাই সৰযুৰ বুকুত মুৰ থৈ "মা মা" বুলি মাতে। অনিলেও সৰযুৰ কাষলৈ গৈ মা বুলি মাতে ]

—শেষ—